# আয়তীৰ উৰুলি



সংগ্ৰাহিকা :-
ফুলকুমাৰী কলিতা

বৰপেটাৰোড,
জিলা— বৰপেটা

Ayatir Uruli:— A Collection of Assamese folk songs compiled and edited by Sri Phul Kumari Kalita M. A., Professor of Assamese in B. H College, Howly and Published by Sri Nabin Chandra Kalita M. A, Principal of Bhawanipur Anchalik College, Bhawanipur.

প্ৰকাশক: শ্ৰীনবীন চন্দ্ৰ কলিতা
বৰপেটাৰোড,

প্ৰথম তাঙৰণ— ১৯৯১ ইং চন

বেটুপাত:-- শ্ৰীমনজিৎ দাস।
বেটুপাত মুদ্ৰণ:— ময়ুৰ প্ৰিণ্টাৰ্চ গুৱাহাটী।
ছপাশাল:— তালুকদাৰ প্ৰিণ্টাৰ্চ, হাউলী।

মূল্য ৫০.০০ টকা

# অৰ্পণ



শৈশৱৰে পৰা আজিলৈ, যাৰ সুৰীয়া কণ্ঠই মোক প্ৰেৰণা
যোগাই আহিছে, সেই দুগৰাকী পাঠকনী
আইতা ৺দেবী বায়ন ( দেউতাৰ মাক )
আৰু ৺নৰ্মদা বায়ন ( মাৰ মাক )ৰ
পৱিত্ৰ স্মৃতিত অৰ্পণ কৰিলোঁ
"আয়তীৰ উৰুলি"

# সূচীপত্ৰ

# সূচীপত্র

# ।। আয়তীৰ উৰুলি ।।

( এটি চম্পু পাতনি )

সৃষ্টিৰ আদিতেই "শব্দ" হে আছিল। সেই শব্দকেই 'নাদ' বোলা হয় আৰু ইয়াকেই 'নাদ ৰূপং পৰমব্ৰহ্ম' আৰু নাদ ৰূপং পৰম্ জ্যোতি' বুলিও কয়। শব্দ স্বয়ং সম্পূৰ্ণ, সং আৰু আনন্দময়। ইয়াৰ পৰাই উদ্ভৱ হয় – গীত, বাদ্য, নৃত্য, নাট, কাব্য-সাহিত্য আৰু বিভিন্ন কলা-শিল্প। এইবিলাকৰ মাজেদিয়েহে, মানুহে আবেগ-অনুভূতি, হৰ্ষ-বিষাদ, প্ৰেম-প্ৰীতি আদিৰ মাধ্যমত 'ৰস' অনুভৱ কৰে। এই ৰসে আনয়ন কৰে সত্য–শিৱ-সুন্দৰ-সনাতনৰ ভাৱৰ মহা আনন্দ।

ভাৰতীয় প্ৰাচীন বিশ্বাস মতে পৰম জ্ঞানী ব্ৰহ্মাদেৱ, নটৰাজ শিৱ, কলা-বিশাৰদা দেৱী সৰস্বতী আদিৰ দ্বাৰাই চৌষষ্ঠী কলা নৰলোকলৈ খোৱাই অনা হয়। ব্ৰহ্মাদেৱৰ পৰম শিষ্য মনুষ্য ভৰতে নাট্য শাস্ত্ৰ ৰচনা কৰি ৰস–ধ্বনিৰ মহিমা এই মূল্যবান গ্ৰন্থত প্ৰকাশ কৰে।

পূৰ্ব্ব কালত সাহিত্য শব্দটোৰ পৰিৱৰ্ত্তে 'কাব্য' শব্দটোহে ব্যৱহাৰ হৈছিল। এই কাব্যৰসৰ দুটা ফাল তেওঁলোকে বিশেষ ভাৱে প্ৰত্যক্ষ কৰিছিল। ইয়াৰ একালক কোৱা হৈছিল 'শৰীৰ আৰু আনটো ফালক 'আত্মা'। কাব্যৰ লক্ষণসমূহ বিশ্লেষণ কৰোঁতে অলঙ্কাৰিক পণ্ডিতসকলে এই দুই ফালৰ বৈশিষ্ট্যৰ ওপৰত নিজ নিজ মত প্ৰকাশ কৰিছিল। হলেও, কাব্যৰ আত্মিক দিশটোকেই সৰহ সংখ্যক পণ্ডিতেই 'ৰস বিস্তাৰনত চতুৰ' স্বৰূপে গ্ৰহণ কৰিছিল।

মানৱ জাতি সৃষ্টি হোৱাৰ লগে লগেই দেহজ-ৰসৰ পৰা

[illegible] হোৱা লোক-গীত, লোক-নৃত্য, লোক-কাব্য, লোক মালিতা, লোক প্ৰবচন আদিয়ে সকলো মানুহকে আনন্দ প্ৰদান কৰি আছে। কালৰ [illegible] কোনো কোনো লোক-গীত, লোক-নৃত্য আদিৰ [illegible] যদিও, দুই চাৰিৰ অৱলুপ্তি ঘটিছে বুলি কলেও ৰূপ [illegible] ৰূপ লৈও জীয়াই আছে। লোক-সাহিত্যৰ [illegible] বিধৰ নহয়। মানৱ সমাজৰ ভাৱ-অনুভূতি, আকাংক্ষা আবেগ, বিশ্বাস অবিশ্বাস আদি লৈয়ে লোক-সাহিত্যৰ সৃষ্টি [illegible] গীত-পদ আৰু কোতযাবা নাচোন [illegible]। সেয়েহে এনে বিশাল সাহিত্যৰ মাজত [illegible] বিহু গীত, বিয়া-গীত, বন-গীত, গৰখীয়া-গীত, দেহ-বিচাৰৰ গীত, আই নাম, ধাই-নাম, ধেমেলীয়া ৰং গীত, ইত্যাদি। [illegible] আৰু বুঢ়া-বুঢ়ী নাতিৰ আগত সুৰে সৈতে কৈ যাব সুন্দৰ সাধু।

সমাজত বৰ্তমান আধুনিক সভ্যতাই ব্যাপকতা লাভ কৰাৰ পৰা আমাৰ এনে লোক-কৃষ্টিৰ সম্পদবোৰ আমি লাহে লাহে হেৰুৱাই আছো। এনে লোক-কৃষ্টিৰ উদ্ধাৰৰ বাবে জনসাহিত্য বিশাৰদ [illegible] শ্ৰীৰামচন্দ্ৰ দাস দেৱে কৃষ্টিৰ সংগ্ৰহ আৰু সংৰক্ষণৰ বাবে অশেষ শ্ৰম কৰি [illegible] যথাৰা-যোজনা এক গোট কৰি "জন-সাহিত্যৰ ফুল-চন্দন নামকৰণ কৰি থৈ গৈছিল। এনে অমূল্য সম্পদবোৰ ৰক্ষা পৰিলে আমাৰ সমাজৰ সাংস্কৃতিক ইতিহাসৰ অনেক [illegible] আৱিষ্কাৰ হ'ব।

এনে ধৰণেৰেই এটি কঠিন কাম আমাৰ মৰমৰ শিল্পী, লিখিকা শ্ৰীমতী কৃষ্ণকুমাৰী কলিতাই সম্পাদনাৰে ৰা-ৰাইজৰ আগলৈ 'আয়তীৰ উৰুলি" স্বৰূপে আগ বঢ়োৱাত আনন্দিত হৈছো ।

শ্ৰীমতী কলিতা বৰপেটাৰোড-ছাউলী কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তা । অভিনয়, সঙ্গীত, সংস্কৃতি আদিৰ লগতো তেওঁ বিশেষ ভাৱে জড়িত । তেওঁৰ স্বামী শ্ৰীনবীন চন্দ্ৰ কলিতাদেৱ ভবানীপুৰত নকৈ প্ৰতিষ্ঠিত মহাবিদ্যালয়ৰ অধ্যক্ষ । গতিকে, তেওঁৰ ঘৰখনো শিক্ষা, সঙ্গীত, সংস্কৃতিৰ বাতাবৰণেৰেই পৰিপূৰ্ণ ।

সকলো শুভ কাৰ্যকে আয়তীৰ উৰুলিৰ দ্বাৰাহে আৰম্ভ কৰা হয় । বিয়া সবাহ, আনকি অনেক সভা সমিতিতো মাঙ্গলিক কাৰ্য্যত উৰুলি জোকাৰ দিয়া হয় ।

পুথিখনিৰ বিভিন্ন বিভাগত বিভিন্ন গীত-পদ, দিহা আদি সঙ্কলন কৰা হৈছে, যেনে বিয়া-গীত, আই নাম, জগন্নাথৰ নাম, তুলসীৰ নাম ইত্যাদি । এনে প্ৰকাৰ ভেদত শ্ৰীমতী কলিতাই কঠোৰ শ্ৰমেৰে সংগ্ৰহ আগবঢ়াইছে । তেওঁ গাওঁ-ভূঞে অনেক-জনী বয়সীয়াল মহিলাকো সাক্ষাৎ কৰি আৰু টেপ্ যন্ত্ৰটো কঢ়িয়াই ফুৰি বৰ ধৈৰ্য্যেৰে এনে পবিত্ৰ সংগ্ৰহ কাৰ্য্য এতিয়াও চলাই আছে । অসমৰ জাতীয় জীৱনৰ এই সম্বলবোৰ পুনৰ সংস্কৃতিৰ মন্দিৰত যথা স্থানত থুৱাই ৰাখিলে সংস্কৃতিৰ ৰহণ দুগুণে চৰিব ।

শ্ৰীমতী কলিতাই বিভিন্ন আলোচনীত প্ৰবন্ধ-পাতি লিখি আৰু নিজৰ ৰচিত শিশু-গীত "সখী ঐ সখী" ইতিমধ্যে ছপাই

উলিয়াই পাঠক পাঠিকাৰ মাজত পৰিচিত হৈ আছে আৰু সেই একখনীয়া পুথি খনিৰ ১৯৯২ খৃষ্টাব্দৰ ৯ মাৰ্চৰ "The North East Times" নামৰ কাকত খনত কবি, সমালোচক শ্ৰী দীনেশ গোস্বামীদেৱৰ An interesting piece of juvenile literature শিৰোনামাত এটি প্ৰশংসামূলক চমু সমালোচনা লিখিছে। তেনে লিখিকাৰ "আয়নাৰ উৰুলি" পুথিখনিয়ে সঙ্গীত, কলা-শিল্প আৰু সংস্কৃতিৰ সেৱক-সেৱীকাবৃন্দৰ নিশ্চয় সমাদৰ লাভ কৰিব পাৰিব বুলিয়েই মোৰ বিশ্বাস। তেওঁৰ পিতৃ ৺চন্দ্ৰকান্ত বায়নৰ পূৰ্ব্ব-পুৰুষসকল একালত বৰপেটাৰ কাষৰে থকা বাসুদেৱ নসত্ৰ ানৰ গায়ন-বায়ন আছিল। তেওঁলোকৰে কোনোবা এজনে কে নাবা এটি সময়ত ওচৰতে থকা কনৰাসত্ৰলৈ উঠি আহে। ই তেই শ্ৰীমতী কুলকুমাৰীৰ জন্ম। তেওঁৰ মাতৃ শ্ৰীপ্ৰতিমা বায়ন আৰু তেওঁৰ শাহুয়েক শ্ৰীচিকুণী কলিতা উভয়েই গীত-পদ আৰু নামৰ নিপূৰ্ণা গায়িকা। তাৰোপৰি তেওঁৰ সাংসাৰিক পৰিবেশেও তেওঁক সকলো পিনোদ সঙ্গীতৰ পৰিবেশত বুৰাই ৰাখিব পাৰিছে। তেওঁৰ সঙ্গীত-ময় জীৱনৰ সাধনা পূৰ্ণ হওক, এয়ে কামনা। ইতি -

১৫ আহিন,
২/১০/৯২ ইং
শুকুৰবাৰ

শ্ৰীতিলক দাস
ড° বাণীকান্ত কাকতি ৰোড
পোঃ— বৰপেটা
পিন— ৭৮১৩০১

# আগকথা

অসমৰ লোক গীত উদ্ধাৰৰ ক্ষেত্ৰত প্ৰথম বাট কাটোঁতা দৰং ভেৰা গাওঁৰ ৺যোগেশ চন্দ্ৰ তামুলী দেৱৰ ১৯১৪ ইং চনতে প্ৰকাশ কৰা "নিচুকণি" নামৰ পুথিখন। তেওঁৰ এৰমন ছাত্ৰ অসমৰ সাহিত্যাচাৰ্য ৺অতুল চন্দ্ৰ হাজৰিকা দেৱলৈ পুনঃ প্ৰকাশৰ বাবে পঠিয়াই দিওঁতে এষাৰ বৰ তাৎপৰ্যপূৰ্ণ কথা লিখি গৈছে— "মধ্য আৰু উজনি অসমৰ যিবোৰ গীত পাইছিলোঁ, দেখিলোঁ যে কামৰূপৰ সম্পদ উজনি অসমৰ গীতবোৰতকৈ বহু উচ্চ ধৰণৰ"। ১৯১৯ ইং চনতেই তামুলীদেৱে উপলব্ধি কৰা কথাষাৰ যে সত্য, তাক প্ৰমাণ কৰিব পৰাকৈ, পুৰণি কামৰূপৰ সম্পদ সমূহ আজিলৈ আংশিক ভাবেও উদ্ধাৰ হোৱা নাই। তামুলীদেৱে আক্ষেপ কৰি কৈছিল— "এটা বৰ ডাঙৰ দুখ মনত ৰৈ গ'ল যে উত্তৰ কামৰূপৰ মৌৰ বহঘৰাটোত হাতকে দিবলৈ নিজ অৱস্থাই সুবিধা নিদিলে।" – সচাঁ কথা— বৰ লুইতৰ উত্তৰ পাৰৰ কৃষ্টিৰ ৰভাঘৰাটোত এতিয়াও বহুত মৌ সঞ্চিত হৈ আছে। বৰপেটা জিলাতো মৌ ৰসেৰে টুপ্‌টুপীয়া হৈ থকা কৃষ্টিৰ মৌচাকৰ পৰা কেবাজনো গুণী, জ্ঞানী ব্যক্তিয়ে মৌ ৰস আহৰণ কৰি লোক সমাজক তাৰ আস্বাদ দিছে। বৰপেটা অঞ্চলত লোক সংস্কৃতি উদ্ধাৰৰ ক্ষেত্ৰত প্ৰাতঃ স্মৰণীয় ব্যক্তি হ'ল— ৺শ্ৰীৰাম চন্দ্ৰ দাস। তেখেতে সমগ্ৰ অসমৰ চুকে-কোণে গীত-পদ বুটলি ফুৰিছিল যদিও, জন সাহিত্যিক জনাই উদ্ধাৰ কৰা অধিক সংখ্যক গীত-মাত বৰপেটা অঞ্চলৰ। তেখেতে নানা মেল-মিটিঙত এই অঞ্চলৰ যুৱক-যুৱতীক নিজৰ কৃষ্টি-সংস্কৃতি সম্পৰ্কে সচেতন হৈ পুৰণি গীত পদ সমূহ উদ্ধাৰৰ বাবে জনোৱা আহ্বানে আমাকো অনুপ্ৰাণিত কৰিছিল। লগতে মোৰ আইতা ৺দেৱী বায়ন (দেউতাৰ মাক) আৰু ৺নৰ্মদা বায়নে (মাৰ মাক) সুললিত কণ্ঠে

গোৱা কীৰ্ত্তনঘোষা, নামঘোষা, বৰগীত, বিয়াগীত, দেহবিচাৰ গীত আদিৰ সুৰে সৰৱে পৰা তামাক আকৰ্ষিত কৰিছিল । ছোৱালী অৱস্থাত আমি ওচৰ চুবুৰীয়াৰ বিয়া - সবাহত জাক পাতি গীত পদ গাই বৰ ভাল পাইছিলো। পিছে আজিকালি বজাৰত ওলোৱা বিভিন্ন হিন্দী, ইংৰাজী গানৰ কেচেটেৰেই বিয়া-সবাহ ৰঞ্জন জনাই থকা বাবে, নতুন চামে গীত পদ গাবলৈ এৰিলে, আনকি বয়সস্থা মহিলা সকলে গীত পদ গালেও কিছুমানে লাজ পোৱা হ'ল । নিজৰ কৃষ্টি - সংস্কৃতি সম্পৰ্কে জ্ঞান নথকাটোকেই প্ৰগতিৰ লক্ষণ বুলি দেখুৱাব বিচৰা মানসিকতাই, গানপ্ৰীয়া নামতিৰ অৰ্থব্যঞ্জক আৰু অন্তৰ পৰশা সুৰক বাট ভেটা দিছে । বহুত যুগৰ সাক্ষী বহন কৰি অহা এটা জাতিক সাংস্কৃতিক ক্ষেত্ৰত উচ্চ স্থান দি অহা মান মুকুতা স্বৰূপ পুৰণি গীত - মাতবোৰক অপ সংস্কৃতিৰ ধূলি-মাকতিয়ে সাময়িক ভাবে ম্লান কৰি পেলালেও, ইয়াৰ স্বাভাৱিক উজ্জ্বলতা আৰু গৌৰৱ কেতিয়াও নিঃশেষ হৈ নাযায় ।

আজি কিছুদিনৰ পৰা অসমৰ পুৰণি গীত - পদ সমূহ উদ্ধাৰৰ ক্ষেত্ৰত ৰাইজ সচেতন হোৱা দেখা গৈছে । এই ক্ষেত্ৰত অসমৰ কেবাগৰাকী বিশেষ পণ্ডিতে অসমৰ লোক সংস্কৃতিৰ ওপৰত কেবাখনো তাৎপৰ্যপূৰ্ণ গ্ৰন্থ প্ৰকাশ কৰি কণাক চকু দিছে । কিন্তু সেইবোৰক জীয়াই ৰাখিব পৰা পৰিৱেশ এটা গঢ়ি তুলিবলৈ বৈজ্ঞানিক চিন্তা চৰ্চা নহলে এই অমূল্যগীয়া সম্পদ সমূহ কোনোবা গৱেষকৰ গৱেষণা গ্ৰন্থৰ মাজতে উকমুকাই থাকিব ।

১৯৮৫ ইং চনত বৰপেটাৰোডৰ অন্যতম মহিলা অনুষ্ঠান "অৱগুণ্ঠিতা শিল্পী সমাজে" সদৌ বৰপেটা জিলা ভিত্তিত আয়োজন কৰা মহিলাৰ গীত - মাত প্ৰতিযোগিতাত, থলুৱা ভাষাৰ গীতে প্ৰতিযোগী

সকলৰ লগতে সমূহ দৰ্শকক আকৰ্ষণ কৰা কাৰ্যই, থলুৱা গীত-মাত উদ্ধাৰৰ আগ্ৰহ প্ৰবল কৰি তোলাত, বৰপেটা জিলাৰ বিভিন্ন অঞ্চললৈ গৈ পুৰণি গীত-পদ সংগ্ৰহৰ কামত লাগি পৰো । এই ক্ষেত্ৰত উৎসাহী ছাত্ৰ-ছাত্ৰী সকলে আহি মোৰ লগত সহযোগ কৰি বহুতো কাম সহজ সাধ্য কৰি তুলিছে ।

"আয়তীৰ উৰুলিত" সন্নিবিষ্ট গীত-পদ সমূহৰ প্ৰত্যেকৰে একোটা নিজস্ব সুৰ আছে । একোটা গীতকে কেবাটাও সুৰত খাপ খুৱাই গাব পৰা কৌশল আছে । বৰপেটা জিলাত প্ৰচলিত বিভিন্ন গীতৰ সুৰৰ বৈচিত্ৰ্যই, সকলো শ্ৰোতাক অভিভূত কৰাৰ লগতে অনাখৰী মানুহৰ কল্পনা প্ৰসূত কথাৰ লগত সংগতি ৰাখি বন্ধা সুৰৰ নেওঁতাৰে বহুত নতুন কথাৰ আভাস দিব । আজি কিছু বছৰ আগৰ পৰা বৰপেটা জিলাৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানে থলুৱা গীত-মাত প্ৰতিযোগিতাৰ আয়োজন কৰি বহুতো হেৰুৱা সম্পদ উদ্ধাৰ কাৰণে সক্ষম হোৱাটো এটা শুভ লক্ষণ ।

"আয়তীৰ উৰুলি"ত উল্লেখ কৰা বিয়া সংক্ৰান্তীয় বৈদিক আৰু লৌকিক নীতি-নিয়ম খিনি লিপিবদ্ধ কৰাৰ ক্ষেত্ৰত মাননীয় শ্ৰীযুত ভগৱান দেৱ ভাগৱতীৰ লগতে মোৰ শাহুআই শ্ৰীচিকুণী কলিতা আৰু মাতৃ শ্ৰীপ্ৰতিমা বায়নৰ ওচৰত মই চিৰকৃতজ্ঞ । গীত-পদ সমূহ গাই দিয়া আয়তী সকলৰ ভিতৰত চাৰিকুৰি বছৰ পাৰ কৰা মৌটুপুৰীৰ সৰ্বশ্ৰী চৰিনী দাস, শাওনী দাস, মৈৰামাৰাৰ সুভদ্ৰা পাঠক, বৰপেটাৰ মেমো দাস, পোৰাভঁৰালৰ যশোদা নাথ, ডুমুৰীয়া গাওঁৰ সুমিত্ৰা তালুকদাৰ, বৰনগৰৰ সৰলা দাস, বৰপেটা-ৰোডৰ সাবিত্ৰী মুদৈ, বৰটাপাৰ তাৰদা দাস, গুৱাগাছাৰ প্ৰমিলা ডেকা, ধুপগুৰিৰ শৈৱা দাস, হুটাপাৰাৰ সুমিত্ৰা বৰ্মণ, টাঙলা

গাৱৰ বৰ্ণিলা বৰুৱা, আৰু গণকবুছিৰ স্বৰ্ণবালা দাসৰ ওচৰত মই চিৰঋণী। এওঁলোকৰ বাৰ্দ্ধক্য জনিত অসুস্থ শৰীৰ অথচ অন্তৰ উজাৰি গীত-পদ গাবলৈ বিচৰা হেপাহে আমাক প্ৰেৰণা দিছে।

বিভিন্ন গাওঁৰ আয়তী সকলৰ লগত যোগাযোগ কৰি দিয়া, ছপা-শালৰ উপযোগীকৈ পাণ্ডুলিপি প্ৰস্তুত কৰা আদি বিভিন্ন দিশত মোৰ শুভাকাংক্ষী সৰ্ব্বশ্ৰী অমিয়া দাস, উত্তম তালুকদাৰ, চৰণ দাস, অধ্যাপক মৃণাল ভৌমিক, অধ্যাপক বীৰেণ দেব, দীপা বায়ন, অমেন বায়ন আৰু মৰমৰ ছাত্ৰ ছাত্ৰী— নৃপেন কলিতা, মঃ চাহাবুদ্দিন, মঃ আব্দুল হান্নান, ৰূপাঞ্জলি ওজা, জোনমাৰাণী বৰ্মণ তৰণী দাস, কন্যা মনীষা কলিতা আদিয়ে সহায় কৰি দিছে।

অসমৰ খ্যাতনামা সাহিত্যিক বৰপেটাৰ শ্ৰীযুত তিলক দাস দেৱে কিতাপখনৰ চমু পাতনি এটি লিখি দিয়া বাবে তেখেতক মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। লগতে বেটুপাতৰ শিল্পী মৰমৰ ছাত্ৰ শ্ৰীমনজিৎ দাস আৰু তালুকদাৰ প্ৰিণ্টাৰ্চৰ সমূহ কৰ্মকৰ্তাৰ শলাগ লৈছোঁ।

সদৌ শেষত "আইতীৰ উৰুলি"য়ে ৰাইজৰ পৰা মৰম-চেনেহ পালে, আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব, লগতে পৰৱৰ্তী সংগ্ৰহ গ্ৰন্থ প্ৰকাশৰ প্ৰেৰণা লাভ কৰিম। ইতি


শ্ৰীফুলকুমাৰী কলিতা
চন্দনপুৰ, বৰপেটাৰোড
জিলা— বৰপেটা
পিন নং— ৭৮১৩১৫

# "আয়তীৰ উৰুলি"

## সুৰাগৰ ধান বন্ধা গীত—

( বৰপেটা জিলাৰ বিভিন্ন ঠাইত বিয়াৰ কেইদিনমান আগতে সুৱাগৰ ধান বন্ধা হয়।" সুৱাগৰ ধান বন্ধাৰ আগতে ঢেঁকীৰ সম্মুখত আগলি কলপাত এখিলাত এযোৰ তামোল পাণ দি' এগছি চাকি জ্বলাই, ঢেঁকী বা উৰালত, কুলা চালনী লুৰি, ঘাটা আদিত সেন্দুৰৰ ফোঁট দি' উৰুলি জোকাৰেৰে আয়তী সকলে সুৱাগৰ ধান বান্ধে। জোৰণৰ দিনাখন দৰা ঘৰে এই চাউলৰে এটেকেলি কইনাৰ ঘৰলৈ ভাৰ বান্ধি মিথাৰ উপৰিও বাকী থিনি চাউল নান্দী মুখ শ্ৰাদ্ধৰ থালিত, চুণিত আৰু সুৱাগ তোলোতে ব্যৱহাৰ কৰা হয়। এটেকেলি চাউল ইমান বোৰ কামত ব্যৱহাৰ কৰিব নোৱাৰি বাবে কইনা ঘৰে বান্ধি উলিওৱা সুৱাগৰ চাউলৰ লগত এই থিনি চাউল মিহলি কৰি লোৱা হয়। উল্লেখযোগ্য যে সুৱাগৰ ধানৰ তুঁহ খিনি দৰা বা কইনা ঘৰৰ পদূলিৰ পৰা বাস্তালৈ অলপ অলপকৈ ছটিয়াই দিয়ে )

( ১ )

দেহি নালো—সুৱাগৰ ধান মুঠি বান্ধা ঐ আয়তী
ঢেঁকীতে তেল সিন্দুৰ দিয়া ৰাম জানকী
দেহি নালো—সুৱাগৰ ধান মুঠি বান্ধা ঐ আয়তী
ঢেঁকীতে তামুল পাণ দিয়া ৰাম জানকী

দেহি নালো—সেই তামুল প্লানে আমাকো নাটিলা
নাবান্ধু স্নৰাগৰ ধান ৰাম জানকী
দেহি নালো—সণাবে চালেনী চালিৱা লাগিছে
বাপু ভোলা ৰামৰ বিয়া ৰাম জানকী
দেহি নালো—সণাবে চালেনী চালিবা লাগিছে
ভাইবো সক সক সণা ৰাম জানকী
দেহি নালো—সণাবে চালেনী চালিবা লাগিছে
সৰুটু পুত্ৰেকৰ বিয়া ৰাম জানকী
দেহি নালো—অভাগিয়া বাপুৰ বিয়া নামি নাহে
খাটা লৰি লৰি যাই ৰাম জানকী
দেহি নালো—এক খাটা লৰি গেল দুই খাটা লৰি গেল
তিন খাটাত হৈ গেল বিয়া ৰাম জানকী।

= x =

(খাটা— বিয়াৰ বন্দবস্ত। খালি— চাউল সজাই দিয়া কলপতুৱা, ঘাটা— উৰালত চিৰা আদি খুন্দিলে, খুন্দা বস্তু খিনি লৰাই দিব পৰা এচটা বাহঁৰ কামী। লুদি— ঢেঁকীত ধান বাঙ্কোতে ধান খিনি খুবুলিবলৈ বঢ়াই দিব পৰা এডাল দীঘল মাৰি। মাৰি-ডালৰ আগত খেৰ বা ফটা কানিৰে এটা টেমুনা বান্ধি লয়।)

(২)

ঢেঁকীৰে বজৰা ও বাপু মনতৰা
ঐ ৰাম নকৰাং বোলছিলা কিয়াহে।
ঢেঁকীয়ে মলুৱা দলকি পৰিলা
ঐ ৰাম পাহৰি পাছিলা কিয়াহে।
বাপু বনমালী কাৰে বুদ্ধি পালি
ঐ ৰাম পৃথিবীত নাপাবা তৰিছে।
দিনত থাকা কুৰি, গোধ্লা আহা ঘুৰি
ঐ ৰাম ঘৰত ক ভাত নাখং বুলিছে
জুইশালৰ গুৰিতে বৌয়েকে সুধা ঐ
ঐ ৰাম বাপু তুই ছুৱলি কিয়হে।
কিয় সুধা বুকোৰ বৌ, চন্দুকত টাকা নাই
ঐ ৰাম আণ্ডঠিটুত সাত কুৰি খাট হে।

ছুৱলি—কাঁণোৱা।

(৩)

বন্ধিলো—থুচ্ মুচ্ কাটেৰী, খুচুককে কাটিলা
,, — কাটেৰীৰ আগতে চুণ প্ৰাণেৰ বন্ধুলো।
,, — বাপুই তামুল কাটি, আমাকো নেদিলা

ৰহিলো — নাবান্ধু সুন্নাগৰ ধান প্ৰাণেৰ বন্ধুলো।
,, — মায়ে কইনা চারে অবঙে দবঙে (আজাবে পাজাবে)
,, — পিতে কইনা চারে ঘৰে প্ৰাণেৰ বন্ধুলো।
,, — আপুনাৰ নজৰে কইনা চাই ঐলনো
,, — গাওঁ ফুৰিবাৰে চলে প্ৰাণেৰ বন্ধুলো।
,, — আলৰ পিঠাগুডি চাউল চালা চালেনী
,, — গৰিয়া পিপাৰে খাই প্ৰাণেৰ বন্ধুলো
,, — সাত খেন দাপোনে বাপুকে দেইখলু
,, — বয়া বলন্তা নাই প্ৰাণেৰ বন্ধুলো
,, — জতা মুজা মাৰি বাষ্টাকে নাযবা
,, — বাৰে শতকৰে মেল প্ৰাণেৰ বন্ধুলো

= × =

( আলৰ পিঠাগুডি— বিয়াৰ দিনাখন দুপৰীয়া নান্দী মুখ শ্ৰাদ্ধ কৰোঁতে এই পিঠাগুডিৰে মণ্ডল সাজি তাৰ ওপৰত মাঙ্গলিক ঘট বহুৱাই দিয়াৰ উপৰিও দৰা আৰু কইনা ঘৰত দৰা কইনাক আগ চাউল দিওঁতে ঘৰৰ মজিয়াত এই পিঠাগুডিৰে আল্পনা আঁকি তাত দৰা আৰু কইনাৰ নাম ঠিকনা লিখি দিয়া হয়। অৱঙে দবঙে— দূৰে দূৰে, খুচুক্‌কে— লাহেকৈ, গৰিয়া পিপাৰে— বডা পকৰা, বন্ধুলো— বন্ধুলোক )

( ৪ )

ঢেঁকীৰে বতৰা বাজে—
ঢেঁকীৰে মহুৰা লৰেহে, বাজে আৰো বাজে—
একাঠু পানীতে বাজে, হালাফুল যুলিছে বাজে
ঢেঁকী তেন হৈ আছে থুৱা হে, বাজে আৰো বাজে।
চালৰে খৰিকা বাজে, সল্ কি পৰিলা বাজে
নকৰাং বোল্ ছিলা বিয়াহে, বাজে আৰো বাজে।
বিযা নকৰং বোলি বাজে, বৌয়েকে কৈছিলা বাজে-
পাহৰি পাতিলা বিয়াহে, বাজে আৰো বাজে।
ই চতল সাৰিলো বাজে, সিচতল সাৰিলো বাজে
দোঘবাত—ফেললু জাহিঁহে, বাজে আৰো বাজে।
মায়েৰ গাত দোষ নাই বাজে
দাদেৰ গাত দোষ নাই বাজে
পিভেহে অর্জুনৰ ঘাইহে, বাজে আৰো বাজে।
খুড়েৰ গাত দোষ নাই বাজে, জেঠেৰ গাত দোষ নাই বাজে
খুইডেহে অর্জুনৰ ঘাই হে, বাজে আৰো বাজে।

= x =

( দোঘৰা—ছুটা খৰৰ সাজৰ অংশ বা ছুটা ঘৰৰ সাজৰ সক বাট,
হালাফুল— ভেঁট ফুল, অর্জুনৰ ঘাই — দোষৰ ভাগী )

( ৫ )

পাণকে গৈইছিলা প্ৰাণেশ্বৰা ডেকা ও
বিলাচী ও দৈ পাণকে নানিলা লেখি ।

ৰৰপেটাৰ সমূহে গুৰুজনক সুধে ও
বিলাচী ও দৈ— ৰৰপেটা সুখী না দুখী ।

সুখীও নবোলু দুখীও নবোলু ও
বিলাচী ও দৈ— বাৰ মাহে বাৰ তিথি ।

গোপী আই থাকন্তে গহে বিয়া কৰৈ ও
বিলাচী ও দৈ— লোক বেহৰি কৰি । পাণকে ..

ভাটীৰে পৰাহে গুৰুজন আহিছে ও
বিলাচী ও দৈ— বালাত্তে মাৰিলা খুটি —

ৰৰপেটাৰ সমূহে গুৰুজনক সুধে ও
বিলাচী ও দৈ— ৰৰপেটা সুখী না দুখী ।

খটখটি থাকন্তে খটখটি বান্ধিলা
বিলাচী ও দৈ— যাত্ৰীলোক আহিব বুলি ।

= x =

( লোক বেহৰি— লোক ব্যাহাৰ কৰি অৰ্থাৎ যাবতীয় নিয়ম নীতি কৰি, খটখটি— ৰৰপেটা কীৰ্ত্তন ঘৰৰ পূৰ্বফালে থকা এটি পবিত্ৰ জান । এই পবিত্ৰ জানলৈ নামি যোৱা ঘাটটো কেবাথাকো পকাৰে খটখটি বান্ধি দিয়া আছে । এই খটখটি ঘাটটোক ৰৰপেটাৰ মানুহে যমুনাৰ দৰে পবিত্ৰ বুলি ভাবে আৰু মহাপুৰুষ সকলৰ তিথি মহোৎসৱত ইয়াত বিখ্যাত নাওখেল অনুষ্ঠিত হয় । যাত্ৰীলোক- ৰৰপেটা কীৰ্ত্তন ঘৰত অনুষ্ঠিত অন্যতম

দৌল উৎসৱ উপলক্ষে দূৰ দূৰণিৰ পৰা অহা তীৰ্থযাত্ৰী সকলক বৰপেটাৰ মানুহে "যাত্ৰী" বুলি কয়। যাত্ৰী সকলে যাতে কোনো অসুবিধা নাপায় তাৰ কাৰণে কীৰ্ত্তনঘৰৰ পৰা চাউল, দাইল, তেল নিমখ আনকি খৰি কেইডালবো যোগান ধৰে। বৰপেটাৰ মানুহে নিজৰ ঘৰত যাত্ৰী ৰাখিব পৰাতো অতি পূণ্যৰ কাম বুলি ভাবে।)

( ৬ )

পক্ষী পৰিছে সাগৰে—
তোৰ পিতে কইনা চাইছে
নগৰে নগৰে, পক্ষী পৰিছে সাগৰে।
পদ — পুখুৰীৰে পাৰে পাৰে
খাগৰীৰে বেৰা, পক্ষী পৰিছে সাগৰে
দলি মাৰি কেলে দিলা
ফটিকৰে মালা, পক্ষী পৰিছে সাগৰে।
তুমি দিবা ফটিক মালা
আমি দিবো কি, পক্ষী পৰিছে সাগৰে
মণিৰ লগত যৌতক দিবো
সত্যভমাৰ জী, পক্ষী পৰিছে সাগৰে।

( ৭ )

মোৰ মইনা, বাপু তই নাছিলি ও
,, ,, অকিচক গৈছিলি ও
,, ,, দেহি ও, মায়ে চাই থৈছে সীতা।

মোৰ মইনা, সেই সীতাক লাগে ও
,, ,, সোণ খাট মুঠি ও —
,, ,, দেহি ও ভাবেহে ধৰিছে চিন্তা।
,, ,, চিন্তা ও নকোৰ্বা ও —
,, ,, ভাবনাও নকোৰ্বাও
,, ,, দেহি ও আমি সমনীয়া ভাই।
,, ,, বৰপেটাৰ বাজাৰোত ও
,, ,, সোণ খাট্ মুঠি ও
,, ,, দেহি ও এজেটা আধেলিত পাই।
,, ,, আধেলি দিছিলু ও
,, ,, মাদেলী গঢ়বা ও
,, ,, দেহি ঐ বাটলৈ আছিলু চাই।
,, ,, শহুৰৰ জীয়েকোক ও
,, ,, বাজেবুৰে থবা ও
,, ,, দেহি ও বণিযা পাবাৰে নাই
,, ,, বাঙালী বণিয়া ও
,, ,, বাপুৰ লগৰীয়া ও
,, ,, দেহি ও সেইহে বণিয়াৰ গঢ়।

= × =

( সোণ খাট — সোণ খটুওৰা, মাদেলী — ঢোল বিৰি, বাজে-বুৰে — বুজোৰা, বণিয়া — সোণাৰী )

( ৮ )

বাপু গুণে মনে মনে
ও মোৰ, ভাবিছে অন্তৰে
থামে থামে দেই চিঠি
সীতাৰে কাৰণে, বাপু ।
বাপু আইলন এৰ্লি কোত
ও মোৰ লগৰীৰ লগত,
থোগুৱা কইনা পালি
মাযেৰে যোহোত, বাপু আইলন ।
বাপু আইলন এৰ্লি কোত
থোগুৱা কইনা পালি
পিতেৰে যোহোত। বাপু আইলন ।
আইলন— উৰা কাপোৰ, যোহোত— নিমিত্তে বা কাৰণে ।

— x —

( ৯ )

উপ্ৰোত আছে তেলি কদম
তলত আছে বেল
বেল চাইবাৰ চুটা কৰি
কইনা চাইবা গেল ।

কইনা চাই আহি বাপুই এ
চতলোত দিলা ঠিয়া
কি কথা বুকোৰে আই
বিয়াৰ দিহা কথা
কি কথা বুকোৰ বাপা এ
উধাই মুধাই কথা
ঘৰত নাই টাকা কড়ি
মোৰ হৈছে চিন্তা।
কইনা চাই আহি বাপুই এ
মইজাত দিলা ঠিয়া
বৌয়েকেহে কয় বাপু
কইনা কোন ভাল
কি সুধা বুকোৰ বৌ
কবাৰ ল্যাজ লাগে
তুমি সদৃশ কইনা পাইছু
আঠুৰ সমান।

— x —

● তেলি কদম— তকৰা কদম ফুল, চুটা— কায়দা, কৌশল, চতলোত— চোতালত।

( ১০ )

ও দেহি— হাল বাই আহিলি মোৰে সণামুৰা
„ „ — চাল পাই খুহিলি লুক ও—।

ও দেহি— শহুৰৰ জীয়েকে বাতৰি পঠেছে
„ „— সণা যুৰ হৈছে তাইৰ সক ও।
„— সণাও নগৰং বিয়াও নকৰং
„ „— আই মই বাগিছাক যাউ ও
„ „— আধা বাটৰ পেৰে মায়ে ফিৰে আনে
„ „— মোৰ কাণৰ সণা জুৰ দেউ ও।

— × =

( ১১ )

মখেন্দাৰ পাৰতে নতুন জলকীয়া
সেই দেখি পুৰে মোৰ হিয়া,
হিয়াও পু'ৰ মোৰ, অন্তৰো জুৰে মোৰ
মৰমীক মনতে পৰে।
কাপোৰ ধুই দিয়া মৰমৰ মৰমী
চাহ কৰি দিয়া খাওঁ
ওলাই মাত দিয়া মৰমৰ মৰমী
তোমাক চাই অফিচোক যাউ।
অফিচোক যাওঁতে পকেটৰ ৰুমালখেন
ঘনে অলে অলে পৰে
ঘৰত এৰি আইহ্‌লু মৰমৰ মৰমী
আই বা কি কৰি মাৰে।

= × =

(১২)

দাদাৰ চত্‌লে আইহ্‌লু
দাদাৰ চতলে গেলুও
কাঁচেহে কাটিলা ভৰিহে ৰাম।
দাদাৰে হাতৰে ডাবুৰা কাটেৰী ও
কৰে কদমৰে পোলি হে ৰাম।
কদমতে উঠি, কৃষ্ণই পঢে পুথি ও
ৰুকুণী দাৰুণী বুলি হে ৰাম
ৰুকুণী দাৰুণী সহিব নোৱাৰি ও
কৃষ্ণই ডাল ভাঙি পৰে হে ৰাম।

ডাবুৰা কাটেৰী— জপাই বা মোকোটাই কটাৰী সোমোৱাই ৰাখিব পৰা নাল থকা কটাৰীকে ডাবুৰা কটাৰী বা ডবুৰা কটাৰী বোলে। দাৰুণী — নিদাৰুণী।

— × =

(১৩)

ন ঘৰটু বানছে কুনি এ—
কেচেৰে কুমোটি
বিষা পাতি নেদায় বাপুই

মামাৰে ঘুমাটি ।
অনো মাৰে অইন পক্ষী এ
বাপুই মাৰ ভেলা,
বিয়া পাতি নেদায় বাপুই
বনত কৰে ফেলা
চতলোৰ আগৰ ডালিম ডেলিৰ এ
চটো চটো পাত,
বিয়া পাতি নেদায় বাপুই
ঘৰত নাখৈ ভাত
মেচিন ঘৰৰ চিলাই বেজি
বিচাৰে ঘৰে, বিচাৰে ঘৰে,
বিয়া পাতি নেদায় বাপুই
মাথাকে ঘৰে ।
চতলোৰ আগৰ ডালিম ডেলিৰ
চটো চটো পাত
বিয়া পাতি নেদায় বাপুৰ
খটো খটো মাত ।
অনো কাটে অইন খৰি এ
বাপুই কাটে নল
বিয়া পাতি নেদায় বাপুই
ঘৰোত নকৰে বন ।
দাতৰ মাছৰ জাঁটা জাঁটি এ

তোমাৰ মা'য় ৰান্ধে
মনৰ মতন কইনা বাপ
বাঁটিত বহি খান্দ।

● কেচাৰ কুনোটি— কেচু আৰু কুনটয়ে উজৰা মাটিৰ টিপাৰ নিচিনা খলপীয়া ঘৰ। চটো চটো— সৰু সৰু। খটো খটো — খণ্টা বা কঠুৱা মাত। জঁটা জঁটি— এৰে লগ কৰি বন্ধা।

== × —

(১১)

বাপু ও— কেহেনি বান্ধিলি বাটৰ বাট চৰা
„ „ কেহেনি চাচিলি কামি ও
„ „ কেহেনি চাইলি ভিনগাৱা জীয়
„ „ বাতোৰি নাপ্‌লু আমি হো।
„ „ চাঙেলীৰ কুটা শাক খাবা হাক দিছিলু
„ „ চাঙেলীৰ কুটা শাক খালি ও
„ „ শহুৰেথেৰ গাওঁকে যাবা হাক দিছিলু
„ „ কাক দেখি পাগলা হলি হো।
„ „ ৰাড়ী কই্‌হাৰৰে খুতুৰা খুতুৰি
„ „ বগী কইহাৰে লাড় ও
„ „ সেই লাড় নাখ্‌বা আমাৰ চটো বাপু
„ „ শাহে কৰি থৈছ দাৰু হো।
চুহৈনীৰ কাচা কল
বাপু তোৰ কাপাল ভাল

কোত পানি থগুৱা কইনাহে ।

ভিনগাৱা— অন্য গাওঁৰ, চাঙেলী— চালনী, কইহাৰ- কুঁহিয়াৰ,
ডাক— ঔষধ, চুৱেনী— চুঙাপাতনি ।

— × —

(১৫)

…চুৰে খুলুঙত ও পদুমলতা
…াছিলি মাই তই ও পদুমলতা
…াছৰ কণিপাত খাই পদুমলতা
…ডলি বিৰিষত কিয় মেৰাই আছা
পানী বাটনে ও পদুমলতা
বাটিলি মাই তই ও পদুমলতা
বিবাহৰ বাতৰি পাই পদুমলতা
ইডেলি বিৰিষত কিয় মেৰাই আছা
বিবাহৰ বাতৰি ও পদুমলতা
ৰামে দি পঠৈছে, ও পদুমলতা
শতুৰক নাজানা কৰি পদুমলতা
ইডেল বিৰিষত কিয় মেৰাই আছা ।
শতুৰে জানিব ও পদুমলতা
দন্দতে হাঁহিবো ও পদুমলতা
আৰা নো কি নাম্য লাগে পদুমলতা
ইডেলি বিৰিহত কিয় মেৰাই আছা

খুলুঙ— গছৰ খোৰং, কাহুপাত— কুঁহিপাত

— × —

(১৬)

খোগা বাপু খোগা বাপু
চেঙেলতে ভৰি
খোগা বাপুই কইনা চাৱে
ত্ৰৈলোক্যৰে ছৱি ।
ত্ৰৈলোক্যৰে ছৱি আই
নকৰং মই বিয়া
আই পিতাই কইনা চাইছে
তাইকে কৰম বিয়া ।
খোগা বাপু খোগা বাপু
চেঙেলতে ভৰি
খোগা বাপুৰ কইনা চাইছে
ত্ৰৈলোক্যৰে ছৱি
ত্ৰৈলোক্যৰে ছৱি পিতা
নকৰং মই বিয়া
বোৰ সদৃশ কইনা পালি
তাইকে কৰম বিয়া ।

— x —

(১৭)

কাঁক্‌ৰাৰ গাতাৰে পানী নাজো

জুইশালৰ কাষতে মা'কে সুধা ঐ
মাই তোক কৰ দৰা লাগে না'লো।
এৰো নালাগে তোৰো নালাগে
লাগে বৰপেইটা দৰা না'লো
বৰপেইটা দৰায়ে কি কাম কৰে
ভাত খাই গাওঁখেন ফুৰে 'না'লো ।

—×—

(১৮)

ৰাম পাৰিজাতে
শুভ যাত্ৰা ভৈলা দ্বাৰকাতে, ৰাম . ।
ঢেঁকীৰে আগতে ৰাম পাৰিজাতে
পানীফুকনৰে নাতি ৰাম পাৰিজাতে
কুলাঁৰে আগতে ৰাম পাৰিজাতে
হিজেৰী লগেছে ৰাম পাৰিজাতে
সপাৰ খাম্ দিয়া থুৰা ৰাম পাৰিজাতে ।

—×—

(১৯)

বাপুথেৰ মজিয়াত ভাল ধানৰ ভাথেৰি
কি ও বাপুই কলম পাৰি লেখেছে ৰাম।
দেখনে দৰ্পণে আমাৰে বাপুকে

কি ও, কোনে নিন্দিবা পাৰেহে ৰাম।
বাপুথৰ মজিয়াত এনেজুৰি পাৰ,
কি ও, পাখা দাঙি দাঙি বুৰেহে ৰাম
দেখনে দৰ্পণ আমাৰ বাপুকে
কি ও কোনেহু নিন্দিবা পাৰে হে ৰাম।
সৰু সৰু চকৰ বাটা, লক্ষ্মীবিলাস তেল
সেই তেল দি বাপুই মামেকথেকে গেল
মামেকথেক যাই বাপুই আনিলা আধেলি
সোণা বইনাৰ গল চাই গঢ়ালা মাদেলি।
মাদেলি গঢ়ালা বাপুই থলা বৌয়েকৰ হাতে
তোমাৰ জাৰে আহি পালি দিবা মোৰ হাতে।

—x—

সান্দহ খুন্দা গীত :— বিয়াৰ বাবে প্ৰযোজনীয় আটৈ চাউলৰ (আলৰ সান্দহ বা মাখা সান্দহ) খুন্দাৰ আগতে চৌকা, চৰু কৰচেনী, ঢেকী বা উৰাল, উৰালমাৰী ইত্যাদিত সেঁন্দুৰত মিঠা তেল মিহলাই সেই সেঁন্দুৰেৰে ফোঁট দিয়াৰ পিছত আয়তী সকলে উৰুলি জোকাৰেৰে ৩/৫/৭ নাইবা ৯ খলা সান্দহ কুটে। উল্লেখযোগ্য যে ৯ ৰ ওপৰত ১১ খলা হব নোৱাৰে, কাৰণ ১০ পাৰ হৈ আহিলে ১০ৰ শূন্যক অমঙ্গলীয়া চিন বুলি আয়তী সকলে বিশ্বাস কৰে। ৰবনগৰ অঞ্চলত সুৱাগৰ ধান বন্ধা আলৰ সান্দহকুটা আথৈ ভজা এই সকলো বিলাক কাম অকুমাৰী ছোৱালীৰ হতুৱাই কৰোৱা হয়। দৰা কইনা থুওৱাৰ

পিছত লঘোণে থকা আয়তী সকলক এই সান্দহ খাবলৈ দিয়াৰ উপৰিও বিয়া সমাপ্ত হোৱাৰ পিছত দৰাক নেওঁতা দিওঁতে আৰু কইনা মাকৰ ঘৰৰ পৰা দৰা ঘৰলৈ যোৱাৰ আগ মুহূৰ্তত এই সান্দহ খাব দিয়ে। কিছুমান ঠাইত নান্দীমুখী শ্ৰাদ্ধ হৈ যোৱাৰ পিছত দৰা আৰু কইনাক এৱা গাখীৰেৰে এই সান্দহ খাবলৈ দিয়ে।

(২০)

ৰহিলো সান্দাহ কুটি কুটি
মই ভুলি ভৰালু
ৰহিলো ভুলিতে ভখুৰী যাই প্ৰাণেৰ বন্ধুলো
ৰহিলো অভাগিনী মাইৰ
বিয়া নামি নাহে
ৰহিলো খাটা— লৰি লৰি যাই প্ৰাণেৰ বন্ধুলো

[উল্লেখযোগ্য যে সুৱাগৰ ধান বন্ধোতে গোৱা গীত বোৰকে সান্দহ খুন্দাৰ সময়তো গোৱা হয়। ]

আলৰ সান্দহ বা মাখা সান্দহ— আটৈ চাউল আৰু বৰা চাউল মিহলাই তৈয়াৰ কৰা সান্দহ। কৰচেনী— সান্দহ ভাজিবলৈ তৈয়াৰ কৰা খৰিবাৰ আঁটি)

= × =

**সুৱাগৰ ধান বান্ধোতে, সান্দহ খুন্দোতে দৰা আৰু কইনা ঘৰৰ মানুহক জোকাই গোৱা খিচা গীতঃ—**

(২১)

**আহুৰে মাহুৰে উৰি হৰি হৰি**

ঐ ৰাম আহুৰে মাজৰে উৰিহে—
বৰৰে মাযেকে সান্দাহ ভাজিছে
ঐ ৰাম গিৰেকৰ পাচ্ৰা উৰিহে।
একখলা ভাজিলো
দুইখলা ভাজিলো
ঐ ৰাম, আৰু কিমান খলা লাগেহে
ৰামে বলে ওৰে সীতা শান্তি
ঐ ৰাম সাত খলা ভাজিব লাগেহে—।

= × –

(২২)

ঢেকী কৰে হেকাৰ বেকাৰ এ
মৌলাবাৰী লৰে
আহাৰ ঘৰৰ চাৰ্টা মৰদ
ঢেকী পাত্পা নৰে।
এক টিপট চাহেও
আমাকো নাটে—
কইনাৰে মায়েকে
টেপ্ টেপ্কে মাতে।
ধৰি আন মাহেকক
ঢেকীতে থুন্দু
ফুবে ধুবে আমি

চাহ্ নিন্কি সাহু
নিন্কি— নিমকি, সাহু— বিচাৰোঁ।

— x —

(২৩)

আমি মোক গীত গাই
বিছাৰ চক্ৰি নাচে
বৰৰ মাহেকক দেখছু আমি ।
চাইকেল মাৰি আছে ।
হেৰ্ হেৰ বৰৰ মাহেক
আমাৰ কথা লো
পুতৰ দেখু বিয়া পাত্ছা
লেঙ্ৰ কছে থো ।
সৰ্থেবাৰীত দেখি আইছলু
চিল্চিলা কাঁহী
বৰৰ মায়েকৰ দেখছু আমি
মিল্মিলা হাঁহি ।
বৰপেটাত দেখি আইছলু
জাহাধানৰ টপা
ধৰৰ মায়েকে মাৰ্ছে আজি
কন্ধে সেইৰা খপা

বাৰী জুক বাৰী জুক
বাৰীত পালু আদা
বৰৰ মায়েক অলে আইছে
গবৰোৰে খাদা
গবৰোৰে খাদা লই
তৰো বৰো কৰে
বুঢাই উঠি কয়ে বলে
বুকোৰ বুঢী মৰে ।

কদ্দে সেইৰা খপা— কদ্দে সিৰীযা খোপা, চিলচিলা - জিলিকি থকা, নিল্‌মিলা— গিচিকীয়া হাঁহি ।

— x —

(২৪)

ছাগ্‌ মাৰাৰ কৰে মাছ
কুন জেনী ৰান্ধে ৰে
কইনাৰ মায়েকে খাবা নাপে
ফেক্‌ৰি ফেক্‌ৰি কান্দে ৰে
কিয় কান্দা কইনাৰ মায়েক
কিয় কৰা কহ ৰে
ওচিনাতে বহি তই
কাটা মূৰা চুহ্‌ ৰে ।
নাকান্দিবি কইনাৰ মায়েক
নকোৰিবি কহ ৰে

চুৰেনিৰ আগত বহি
কাটা মূৰা চুঙ্ ৰে ।

ছাগমাৰা— বৰপেটা জিলাৰ এটা বিলৰ নাম, ওচিনা—পানীপতা, ৰুং— অভিমান, ঠেঙ ।

—×—

(২৫)

ইয়ো ব'লে সিয়ো বলে
কইনাৰ মাযেক কৈ'ছ ৰাম
কইনাৰ মা'যক ঘুমে আছে
কাথাঁকানি লৈছে ৰাম ।
কাথাঁ খিনি গুছে চাৱা
সান্দাংৰে বাতি হে ৰাম ।
কি চাইছা আই মাই
মোৰো লাগছে, ভুখ হে ৰাম
কৈ— কত, ভুখ— ভোক

—×—

(২৬)

অলপ পানীতে মাগুৰ মাছৰ পোৱালী,
অলপ হেলোচি মাগুৰ মাছৰ পোৱালী
অলপ মেলিছে পাখী হে মাগুৰ মাছৰ পোৱালী
বাহাদুৰি নকৰিবা যাচি আনছা ছোৱালী
অলপ বয়সত মাগুৰ মাছৰ পোৱালী

বাপুই বিহা পাতে মাগুৰ মাছৰ পোৱালী
মুখতে মিল্‌মিলা হাঁহিছে মাগুৰ । ছৰ পোৱালী
বাহাদুৰি নকৰিবা যাচি আন্‌ছা ছোৱালী

● হেলোচি – হেলচি শাক

— × =

(২৭)

ও লং মছলা, বৰ'ৰ মায়েকৰ
ভীম গাৰী পছলা ।
ও মনে জিৰা ৰবৰে মায়েকটু
বাহঁৰ তলৰ বীৰা
ও মনে জালুক, বৰবে মহেকটু
ঐৰণ্যৰে ভালুক ।
ও মনে সিন্দুৰ বৰৰ ৰয়েক অ'ল আইছে
ভাখ্‌ৰীৰ তলৰ ইন্দুৰ ।
ও মনে সিন্দুৰ বৰৰ দাদেক অলে আইছে
গাঁতাত থাকা ইন্দুৰ ।
ও মনে জিকা— বৰবে বা'য়কটু
চাঙৰ তলৰ চিকা
চাঙৰ তলৰ চিকাটুৰে
চিকো চিকো কৰে
এক টিপা মাৰি দিলে

চখু ভেলতে মৰে ।

— × —

(২৮)

কাচা আমৰ ঠানি
বৰৰ মায়েকক পুতি থম
ওচিনাত আনি, কাচা আমৰ ঠানি ।
ওচিনাৰে পানী টপা
সিচু মেনি আছে
বৰৰ মায়েক লাজ নহইতী
খিচু মেনি হাঁহে ।
নিখিচু নিখিচু মায়েক
তোকে লাগে দায়া
চাহ নিনকি নেদা দেখি
তাতে পালু বয়া ।
অচিনাৰে পানী টপাত
পিল্ পিল কৰে জুক
বৰৰ খুইবেক অলে আইছে
লুপ লুপ কৰে মুখ ।
আলি নহৈ ধূলি বাট
বৰৰে মায়েকৰ মুখ নহৈ কচুৰ পাত ।
বাটাৰ কাষৰ ভেঙেৰা[২]

বৰৰে দাদেকটু
চাহাবৰে লিগিৰা।
কাচা কল কুটু
বৰৰ পিতেক অলে আইছে
ৰ চিনাত পুতু
কাচা কল কুটু।

—×—

**তেলৰ ভাৰ নিবলৈ যোৱা গীতঃ—** (বিয়াৰ দুদিনৰ আগতে দৰাঘৰৰ পৰা কইনা ঘৰলৈ এই ভাৰ নিয়া হয়। সাধাৰণতে ঠাই ভেদে ভাৰৰ সংখ্যা ৩ বা ৫ খন হয় যদিও প্ৰথম ভাৰখনত তেলৰ টেকেলি নিয়াতো অপৰিহাৰ্য। পিছৰ ভাৰ কেইখনত মাহ, চাউল, মাছ, গাখীৰ, গুড়ৰ টেকেলি, পানীলাউ, বা পছলা, এখন চালনী এঠোক তামোল, পান, নাৰিকল, কল ইত্যাদি নিয়াৰ উপৰিও আৰ্চি ফণি, মূৰত বন্ধা ঘুনুচা, গোন্ধ তেলৰ বটল, সেন্দুৰ, স্নো, পাউদাৰ, চেন্ট, মিঠাই, গহনা, সাধ্য অনুসৰি পিন্ধা কাপোৰ আৰু কইনাৰ বিয়াৰ দিনাখন পিন্ধিবলৈ এখনি তেল পাটৰ নিব লাগে। বৰপেটাৰে বৰনগৰ অঞ্চলত প্ৰথমখন ভাৰত লাড়ু বন্ধা গছৰ পাতেৰে মুখ বান্ধি নিয়া তেলৰ টেকেলি দুটা, ২য় খন ভাৰত কইনা আৰু দৰাঘৰৰ উভয় পক্ষৰ বাবে তামোল-পান, ৩য়খন ভাৰত এফালে মাহৰ টেকেলি আনফালে চাউলৰ টেকেলি, ৪ৰ্থখন ভাৰত মাছ, পানীলাউ, চালনী আৰু এখন সৰু কুলা, ৫মখন 'মামাসাদনী' ভাৰত কইনাৰ মোমায়েকৰ ঘৰলৈ তামোল, পান আৰু নতুন ধুতী

চালা এযোৰ নিব লাগে । বাকীখিনি নিয়ম বৰপেটা জিলাৰ ন্য অঞ্চলৰ নিচিনা যদিও অলপ হেৰ ফেৰ নথকা নহয় । ল্লেখযোগ্য যে বৰপেটা অঞ্চলৰ কইনাৰ বাবে সোণ বা ৰূপৰ পাইতা আঙঠি" এটি নিয়াতো অপৰিহাৰ্য্য । )

(২৯)

তেলৰ ভাৰ সাজু কৰে আহাৰ আজি কি
ও ৰাম ৰাজাই বিয়া কৰৈ জনক ৰাজাৰ জী ।
হৰি মোৰ অযোধ্যাতে আজি,
হৰি মোৰ সয়ম্বৰ সাজি
হৰি মোৰ ৰাম ৰাজাৰ তেলৰ ভাৰ যাই ।
হৰি মোৰ ৰাম ৰাজাৰ তেলৰ ভাৰ
হৰি মোৰ পৃথিৱী পয়োভৰ
হৰি মোৰ নগৰে নখৰে প্ৰজা ।
এত পৰে হালি জালি
আহাৰ আজি কি
ও ৰাম ৰাজাই বিয়া কৰৈ
জনক ৰাজাৰ জী ।

— × —

(৩০)

লক্ষণ সুধিছু তোমাকে
ব্ৰজশীলা ধেনু ভাঙ্বা
যাবানা লগতে ।

লক্ষণ সুধিছু তোমাকে ।

পদঃ— প্ৰথমে প্ৰণামো ব্ৰহ্ম ৰূপী সনাতন, লক্ষণ ..

সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ

লক্ষণ সুধিছু তোমাকে ।

(শিশুলীলাৰ পদ গাব পাৰি)

(৩১)

হনুমান সাগৰ বান্ধা চাউ

সীতাৰে নিমিত্তে আমি

যুদ্ধ দিবা যাউ । হনুমান ।

সাগৰতে সেতু বান্ধে নল-নীল বীৰে

একেজাপে পাৰ হৈলা, হনুমন্ত বীৰে ।

পাৰ হৈয়া হনুমন্তে চাৰি দিশে চাইলা,

চাৰি দিশে চাই বীৰে লঙ্কাতে সোমাইলা ।

মোৰ আই সীতা মাৱ আছা কুন দিশে

লঙ্কাতে সোমাই বীৰে মনতে ভাবিছে ।

লাহে লাহে চলি গৈলা হনুমন্তে বীৰে

শিংখপা বিৰিখৰ তলে সীতাই দেখা দিলে ।

কাণৰ গুৰিত হনুমন্তে কৰে ভেন্ন ভেন্ন

তেহে সীতাই হনুমন্তক মুখ দাঙি চাৱে ।

ৰাম সেনা যদি বাচা চিনা দিয়া মোকে

ৰাৱণ সেনা যদি বাচা শাপি ভষ্মিম তোকে ।

ৰামৰ হাতৰ চিৰি আঙঠি, পৰিল সীতাৰ হাতে
তিহে সীতাই হনুমন্তক বাপু বোলি মাতে। হনুমন্ত·
হে বাপু হনুমন্ত বার্তা কৰা আগে
মোৰ হেন ৰাম স্বামী আছেনে কল্যাণে। হনুমন্ত··
তোমাৰ হেন ৰাম স্বামী আছে যে কল্যাণে
শূন্য ঘৰে সীতা নাই পঠৈছে আমাকে। হনুমন্ত··
তুমাৰ হেন ৰাম স্বামী কল্যাণেহে আছে
ৰাজা মৰে পুত্ৰ শোকে ৰাম বনবাসে।
হে বাপা হনুমন্ত বার্তা কৰা আগে
মোৰ হেন লক্ষণ দেৱৰ আছেনে কল্যাণে। হনুমন্ত—
পিঠিত উঠিয়ো মাৰ নোমে ধৰা টানি
সাগৰ পাৰ কৰি নেউ জগত গোসানী। হনুমন্ত··

—x—

(৩২)

হৰি মোৰ তেলৰ ভাৰ সাজি
" " দ্বাৰকাতে আজি
" " যাই কুণ্ডিলাকে লাগি।
" " ৰাম লক্ষণ
" " ভৰত শত্ৰুঘন
" " আছুন চাৰি ভাই
" " কৌশল্যা হৈলন্ত আই।

" " দশৰথ ৰাজাই

" " বাৰ্তা দি পঠৈইছে

" " জোৰণ পিন্ধে আজ্ঞা যাই।

" " তাঁতিত বাৰাং বাচা

" " নিন্ ৰসৰ মেখ্ লা

" " ৰাম ৰাজাৰ তেলৰ ভাৰ যাই

" " ৰাম ৰাজাৰ তেলৰ ভাৰ

" " পৃথিৱী নসৈ ভাৰ

" " নগৰে নধৰে প্ৰজা

এলেঙা মাছৰে পিত হৰি হৰি ও

এলেঙা মাছৰে পিত নালো

ঘৰত বহি আছে বুজোৰে বকৰা ও

কইনা সুধৰা যাই প্ৰজা নালো

ঘৰত বহি আছে দশৰথ ৰাজা ও

কইনা সুধৰা যাউ আমি নালো।

● বাৰাং = সৰু সৰু ফুলঃ, নসৈ = নসহে, বুজোৰে বকৰা — বুজৰ বকৰা।

— x —

(৩৩)

তেলৰ ভাৰ সাজি আনিলা

ঐ ৰাম তিনি খানি বান্ধিলা ভাৰহে।

আগৰে ভাৰতে কি কি আনিছা
ঐ ৰাম শুদা গাখীৰৰে লাড়ু হে
মাই শেহতীয়া, মাই কুমলীয়া
ঐ ৰাম নাখৈ যা গাখীৰৰ লাড়ু হে।
মাজৰে ভাৰতে কি কি আনিছা
ঐ ৰাম সমাজৰ মাজতে থৱা হে
পাছৰে ভাৰতে কি কি আনিছা
জানকীৰ অলংকাৰ খিনি হে।

— x —

(৩৪)

নাৰিকল বাতোলি খালি কইনাৰ মাযেক
নাৰিকল বাতোলি খালি হে ৰাম
কুননো জনমত তপ খাই আছিলি
থোগুৱা জাঙেক পালি হে ৰাম।
মাইৰে নিমিত্তে তেলৰ ভাৰ ঐ লৈইছু
সাত খেন ৰাইজক লৈহে ৰাম।
দৈ আন্‌ছু দুগ্ধ আন্‌ছু
আনছু সাদৰি হে ৰাম
মণিপুৰত কইনা আছে
ডালিমা সুন্দৰী হে ৰাম

— x —

(৩৫)

হাতে শাখা শিৰে সিন্দূৰ এ
গলে হেমুহাৰ
ও ভাগ্যৱতী ৰাধে তোমাৰ
স্বামী অলংকাৰ।
আন্ কাম্ থৱা আই এ
এক কাম্ ধৰা কন্যা
তুলি আই মনকা বলে
বৰ বাচি লৱা কন্যা। হাতে
নলং নলং বৰ বাচি এ
নাপাতু জঞ্জাল
তুমি পিতা যতে দিয়া
সেযে হব ভাল। হাতে··
মাযেৰৰ অলংকাৰ থৱাহে নাউ মাই
ঐ ৰাম পিতেৰৰ অলংকাৰ থৱাহে
ৰামে দি পঠৈছে বিচিত্ৰ অলংকাৰ
ঐ ৰাম হাত জুৰ্ কৰি লৱা হে ৰাম।

—×—

(৩৬)

মাহু কলা কলা সেন্দু কলা কলা
বাপু ও— তিনিও ভায়ে কৰিলি মেল

ইচুপিৰ বেপাৰত যি ধন পাইছিলুঁ
বাপু ও জানকীৰ গহনাত গেল ।
জানকীৰ গহনা দেখতে চমৎকাৰ
বাপু ও কোনস্থ বনিয়াৰ গঢ় ।
বাঙালী বনিয়া বাপুৰ লগৰীয়া
বাপু ও সেইহে বনিয়া গঢ় ।

(৩৭)

অলে আহা ৰুকুণী তই
আঙুলিতে লেখি ৰে
প্ৰজাসকল বহি আছে
তোমাক নেদেখি ৰে ।
বেৰত আছে তেলৰ শিশি
তাতো নাইকা তেল ৰে
ঘৰোত আছে মইনামতী
বাইজোত কিহৰ মেল ৰে ।
কিনো ভাগ্য কৰিলন্ত
ৰাধা ভাগ্যৱতী ৰে
জগতৰে স্বামীৰ সহেঁ
কৰিলন্ত প্ৰীতি ৰে ।
নকৰা নকৰা বুলি

ৰাধা দেই হাক ৰে
ভাইঠে আহা কদম ফুল
শিৰে লৈলা তাক ৰে ।
জগত জননী লক্ষ্মী ।
যাহাক ধিয়াই ৰে
ৰাধাৰ সঙ্গে বোলি কৰে
সেহি যদুৰাই ৰে ।
অনন্ত শয্যাত যিটো
কৰিলেক শয়ন ৰে
ৰাধাৰ আঞ্চুলে বহে
সেহি নাৰায়ণ ৰে ।
কহয মাধৱ দাসে
ৰাধা ভাগ্যৱতী ৰে
জনমে জনমে হৈবো
কৃষ্ণতে ভকতি ৰে ।

— × —

বাইজোত = বাহিৰত

(৩৮)

দশৰথৰ ঘৰে আছে পুত্র একজন
ও - জনকৰ জীয়াৰীক লাগি পঠৈছে জোৰণ
দশৰথৰ ঘৰে আছে পুত্র একজন

ও— সয়ম্বৰ চাবাক লাগি হৈ আছে মন
এহি বুলি দুয়ো ভাই আলচ কৰিলা
ও— সয়ম্বৰ চাম বুলি গমন কৰিলা।
লক্ষণে বোলয় দাদা আমি দুয়ো ভাই
ও— এনে ধেনু ভাঙ্গা আমি কতো দেখা নাই।
ৰঙ্গ মনে ৰামচন্দ্ৰই উঠি হৈলা ঠিয়া
ও— বৰ লজ্যা পাম দাদা সভাতে বসিযা।
বাৰ বছৰে ধেনুক থৈছা ঘুণে খাই
ও— ঠন্কাৰ কৰি ধেনু মাজতে ভঙ্গাই।
ধেনুক ভাঙ্গিলা বুলি সীতায়ে জানিলা
ও— সুবৰ্ণৰ মালা আনি ৰামৰ গলে দিলা।
ও— ৰঙ্গ মনে সীতাই আজি ৰামকে বৰিলা
ও— সিংহাসন পাতি ৰামক বহিবাক দিলা।

—×—

(৩৯)

হাতে টকন মূৰে জাপি এ
বাপু ব্ৰহ্মচাৰী—
ও বাপুৰে সাদৰী কইনা
এললু বিচাৰি।
বেতৰ আগ হালি পৰে এ
আহাৰ আজি কি

ও ৰাম ৰাজাই কইনা সুখে
জনেক ৰাজাৰ জী ।
ও এসুৱা নগৰৰ মাজে
কুসুজন যাই—
ও দেখিলিহে প্ৰাণ ফুটে
নয়ন জুৰাই ।
বাপুৰ কইনা হকে বোলি
মনতে নাছিলা
ও আচম্বিতে হৰি আনি
হাততে মিলাইলা ।
বেহিনি চাছিলা বাটৰে বাটঘৰা ও
বেহিনি চাছিলা কামী নালো
বেহিনি চাইছিলা গনককুছিৰ কইনা
বাতৰি নাপলু আমি নালো
'সোৰদলং ভাঙিলু, বৰদলং ভাঙিলু ও
আমাৰ ভৰি হাতে বিহে নালো
তিও নপোতিঐ 'আমাৰ' চটো বাপুই ও
গনককুইছা, কইনা লাগে নালো ।

—x—

বাটঘৰা— বাটচৰা, সোৰদলং—সৰুদলং, বিহে— বিষায়, তিও— তথাপি ও, নপোতি ঐ – নপতিয়ায়, চটো – সৰু

(৪০)

ৰাম আইছে পিথিমী লৰি
অন্তৰাতে সীতা দেৱী
জানছে স্বামী বোলি।
ৰাম আহিছে পিথিমী লৰি।
কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শংখ চক্ৰ গদা পদ্ম কৰত তোমাৰ।
( শিশুলীলাৰ পদখিনি গাব পাৰি )

পিথিমী— পৃথিৱী।

—×—

(৪১)

দশৰথৰ ঘৰে আছে পুত্ৰ একজন
ও— জনেকৰ জীয়াৰীক লাগি পঠৈছে জোৰণ।
দশৰথ মহা ৰাজা অযোধ্যা নগৰে
ও— চেতন হাৰায়া ৰাজা ভূমিতে বাগৰে
সুমিত্ৰা কৌশল্যাই কান্দে ৰামকে সুমৰি
ও— কান্দে সীতা সতী আই জনেকৰ জীয়াৰী।
নগৰৰে সবে লোক শোকে বিয়াকুল
ও— পশু পক্ষী সবে কান্দে শোকতে আকুল।
তুমি হলা অযোধ্যা নগৰীৰ মহা ৰায়
বোলা ৰাম ৰাম হৰি পাতকৰ ক্ষয়।

—×—

(৪২)

ৰাজহংস পৰিল সৰোবৰে
নল ৰাজাই জোৰণ পঠৈ
দময়ন্তীৰ ঘৰে। ৰাজ হংস ••
প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন, ৰাজহংস পৰিল
( কীৰ্তন ঘোষাৰ উক্ত পদটো গাব পাৰি )

— x —

(৪৫)

ৰাম ৰাম — পানৰ পত্ৰ লেখি
" " — দিলাহে আইদেউ
" " — পানৰ পত্ৰ লেখি দিলাহে।
" " — সেই পত্ৰ পাই
" " — দ্বাৰকাৰে কৃষ্ণই
" " — অলংকাৰ পঠিয়াই দিলাহে।
" " — পানৰ পত্ৰ লেখি
" " — দিলাহে আইদেউ
" " — পানৰ পত্ৰ লেখি দিলাহে
" " — সেই পত্ৰ পাই
" " — দ্বাৰকাৰে কৃষ্ণই
" " — কাপোৰ জোৰ পঠিয়াই দিলাহে।
জাপি.ৰ মিচিৰ মিচিৰ দৈ হৰি হৰি

ঐ ৰাম জাপিৰ মিচিৰ মিচিৰ দৈ হে
হাৰৰ মিচিৰ মিচিৰ, হে দৰাৰ ভায়েক
সমাজৰ মাজতে থোৱাহে— ।

—×—

(৪৪)

আম ডেল হালে দিছু যত লাগে লো
পাচা জোৰ বেয়া হৈছে
ও মন পিতেৰ আগত কো ।
চোৱাচোন চোৱা পিতা
ও মন পাচাৰে বৰণ,
কি কৰিম বুকোৰ বাচা
ও মন আগে দিছু জবান ।
আমডেল হালে দিছু যত লাগে লো
কাপোৰ জোৰ বেধা হৈছে
ও মন দাদেৰ আগত কো ।
কি কম বুকোৰ বৈইনী
ও মন আগে দিছু জবান ।

—×—

(৪৫)

বৰৰ ভায়েক চটে নাৰিকল জুৰ কোতে ।
ও নাৰিকল জুৰ বাটতে, বেচি আই হলু হাটতে ।
বৰৰ ভায়েক চটে, ৰৌ মাছ টু কোতে

ও ৰৌ মাছটু হাটতে, পকা লাগিল বাটাত ।
বৰৰ ভাহেক চটে পান তামোল কোতে
পান তামুল হাটতে, বেছি আইহলু বাটাত

● ( চটে— দংবোপ মাৰি কথা কোৱা মানুহ ।

— × —

(৪৬)

আগত জ্বল তেলৰ বন্তি
মৈজাত আছে পীৰা
আহতীকে বৈইহবা দিছে
বাঙঁৰ চাকলি ঢাবা ।
মাইৰ মাযেক অলে আইছে
হাতত পানৰ বাটা
গলে বস্ত্র লোৱা মাহেক
সমাজকে মাতা ।
কি লৰে কি চৰে
মাইৰে কাপেলি হে
দশৰথে পৈঠে দিছে
গাখীৰোৰ টেকেলি হে ।
কি লৰে কি চৰে
মাইৰে জুনুকাৰে
ৰামে দিয়া কাপোৰ জোৰত

ফুলাৰে ভমকা ৰে ।

কি লৰে কি চৰে

মাইৰে মাদেলীৰে

দশৰথে পৈঠে দিছে

মিঠৈৰে টেকেলিৰে ।

কি লৰে কি চৰে

মাইৰ হাতৰ খাৰুৰে

দশৰথে পৈঠে দিছে

মাতচাৰে লাড়ু ৰে ।

কি লৰে কি চৰে

নাকৰ নলক লৰে ৰে

সণাৰ মোহৰ হাতত দিয়া

মাইৰ হাতত ধৰে ৰে ।

কি লৰে কি চৰে

নাকৰ নলক লৰে ৰে

কাচা টাকা হাতত দিয়া

মাইৰ হাতত ধৰে ৰে

● নলক— নাকত পিন্ধা অলংকাৰ

— x —

(৮৭)

তামোল বাগেলি

ৰৰৰ বৌয়েক আজেলি

কিও— গাতে নাইকা বলহে ৰাম
কইনাৰে হাততে নাৰিকল তুলি দি
কিও— তাই আধা মৰা হল হে ৰাম।
তামোল বাগেলি
বৰৰ বাযেক আজেলি
কিও গাতে নাইকা বলহে ৰাম।
মিঠা বস্তুখিনি কইনাটুক দিওতে
কিও তাই আধা মৰা হল হে ৰাম।

—×—

(৪৮)

আদা কলো শাৰী শোৰী এ
তাৰো মাজে পান
বৰ গিৰাৰ তিৰি কেইটাৰ
হাতৰ মুঠি টান।
তামুল কেইটা ধনা পৰা এ
পান মেক্‌ৰিৰ কাণ
যিও এটা আঙ্‌ঠি আনছা
আঙ্‌লিত হৈছে টান।
তেল নাইকা শুদা বটল এ
ঘুন্‌চা নাচ্‌নী জৰী,
সিন্দুৰ পুইৰা আনবাৰ নহল
ঘৰত আহিল এৰি।

কল : মাখা বাদলি খাৰা এ
নাৰিকল' জোৰ সৰু
দৈ 'খিনি বেঙৰ ছাতা
আমি :খাবা নোক
যিও এখন আইনা আন্‌ছা এ
মুখত ঘুঠে ছবি, —
কক্‌লাৰ দা'ৰ হেন ফণি আন্‌ছা
কহেন লুকে থবি ।
জই্‌লা ধৰা চাউল আনছা এ
মেখলা আন্‌ছা খাটা,
দৰ্‌কিনা হেন ৰো মাছটু
গিযেতীকে নাটা
মাহুৰ টেকলিত মাহ নাই এ
শৰাইত নাইকা সণা
কাপোৰ ঢাকি কিমান লুক
আমি নহৈ কাণা
পাটনীখেন কুনি বুইছিল এ
পুতল চিঙা কৰি,
ডাৰ'কানা ফুল তুলি থৈছে
কোনমু আবেৰি
এ বৰৰ বৌয়েক চতুৰী
দাত ঐলে হাঁহি হাঁহি

আমাক ভুৰ্কে গেলি ।
এচেন আন্চা চিকাই লুন
পাউদাৰ পিঠাগুৰি,
আনচা আংতা তিৰি হাঁহি মৰে
বাগৰি বাগৰি ।

● গিয়তীঃ— ন পুৰুষ এবাৰ পিছত ভাগি গৈ গিযাতীত পৰিণত হয় । বিয়া, মৃতকৰ শ্ৰাদ্ধ, হাইহাল দিযা আদি কাযত গিয়াতীয বিশেষ স্থান পায । মৃতকৰ শ্ৰাদ্ধৰ ভোজৰ ভাতত গিয়াতীয দাইল, কোমোৰা আদি দিযাৰ উপৰিও যাচাগুৰা আৰু তেল নিব লাগে ।

ঘুন্চাঃ— তিৰোতাই চুলি বন্ধা কলা ৰঙা সূতাৰ ফিটা ।

নাচ্নীছৰীঃ — তাঁতশালৰ নাচনীত ব ওলোমাই ধৰি থকা ছৰী ।

পাটেনীঃ— বিযাৰ তাৰিখ খাটাং হোৱাৰ পিছতহে দৰাঘৰে ভাল তিথি, বাৰ চাই, বিয়াৰ দিনা কইনাই গা ধোৱাৰ আগলৈকে পিন্ধিবলৈ অনাকটাকৈ বুই উলিওৱা এই মাঙ্গলিক কাপোৰখনকে তেল পাট্নি বোলা হয । এই কাপোৰখন কইনাৰ নখ কটা নাপিতজনক দিব লাগে ।

কাহন — কত । জটলা ধৰা— ভেঁকুৰ ধৰা

দাঁৰকানা— তাঁতশালৰ ৰাচৰ এটা কণিত তিনিডাল সূতা একেলগ হলে দাঁৰ কানা হোৱা বুলি কয় ।

— ` —

(৪৯)

চক্ষু পদ্ম, পদ্ম, ভৰি পদ্ম, পদ্ম,
পদ্ম, জেন তুখেনি হাত
মাইৰ— পদ্ম, জেন দুখেনি হাত
চেনেহৰ বােয়েও মিঠৈৰ টপলা দিছে
লাহেকে হাত দুখেন পাত
মাই— লাহেকে হাত দুখেন পাত।
চক্ষু পদ্ম, পদ্ম, ভৰি পদ্ম, পদ্ম,
পদ্ম, জেন তুখেনি হাত
মাইৰ পদ্ম, জেন দুখেনি হাত
চেনেহৰ ভাগ্‌নেও সিন্দুৰ পিন্ধে দিবো
লাহেকে কৰ জোৰ হাত
মাই লাহেকে কৰ জোৰ হাত।
চক্ষু পদ্ম, পদ্ম, ভৰি পদ্ম, পদ্ম,
পদ্ম, জেন দুখেনি হাত
চেনেহৰ নন্দেও হাৰ পিন্ধে দিছে
বুকোৰ মাই বোলি মাত
মাই বুকোৰ মাই বোলি মাত।

—×—

(৫০)

উঘা চেৰেকী— গাঞ্জা মেলকি

বহি কৰা কি
আন্ ছা যদি সোণাৰ গহনা
আইদেউক পিন্ধং দি ।
উঘা চেৰেকী গাঞা মেলেকি
বহি কৰা কি
আন্ ছা যদি পাতৰ কাপোৰ
আইদেউক পিন্ধং দি ।

— x —

(৫১)

এক টেক্‌লি পাইনা গাখীৰ ও
ও মন নীলা ও আনে আৰু নেই ও
তাকে খাবা পাই মায়ে ও
ও মন নীলা ও পাঠশালাতে দিলা ও ।
এক জোৰা ডাব নাৰিকল ও
ও মন নীলা ও আনে আৰু নেই ও
তাকে খাবা পাই মাযে ও
ও মন নীলা ও পাঠশালাতে দিলা ও

( দৰাঘৰে কইনালৈ অনা বস্তুৰ বৰ্ণনাৰে গীতটো দীঘল কৰি গাব পাৰি। উল্লেখযোগ্য যে দৰাঘৰে কইনা ঘৰলৈ অনা খোৱা বস্তুবোৰক সমানে দুভাগ কৰি এভাগ এখন অনাকাটা কাপোৰত বান্ধি দৰা ঘৰলৈ দি পঠাব লাগে । কিছুমান ঠাইত নিজৰ ঘৰৰ পৰা মিঠাই, নাৰিকল আদি দৰা ঘৰলৈ পঠিয়াই দিয়ে ।)

— x —

(৫২)

প্ৰাণধন ও আমি আই্‌হলু কিসেৰ কাৰণ
ও সীতা দেখু ৰামৰে বৰণ, প্ৰাণধন ।
( পুখুৰীৰে পাৰে পাৰে খাগৰীৰে বেৰা— প্ৰাণধন
ও দলি মাৰি ফেলে দিলা ফটিকৰে মালা ।
এই পদটো গাব পাৰি । )

(৫৩)

সোৰ্ ঘৰটু বান্ধিলু ধুন চতি লগলো ও
বৰঘৰত লগলু শিৰি নালো
নগৰে নগৰে কইনা চাই ফুৰিলু ও
এেললু সমনৰ গিৰি নালো ।

● সোৰ্ ঘৰ্টু— সৰু ঘৰটো, শিৰি— শিৰিষ গছৰ খুটা, সমনৰ— সমানৰ ।

(৫৪)

সীতা হৰাইলা বনে
জনেকৰ ঘৰতে সীতা থাকা বোলি
ৰামক জনাইলা কুনে ।
ৰাম লক্ষণ— সীতা হৰাইলা বনে
ভৰত— চতুৰঘন— সীতা হৰাইলা বনে
কশৈল্যা কৈলন্ত আইহে সীতা হৰাইলা বনে
জনেকৰ ঘৰতে সীতা থাকা বোলি

ৰামক জনাইলা কুনে।
দশৰথ ৰাজাই— সীতা হৰাইলা বনে
জোৰন দি পঠৈছে সীতা হৰাইলা বনে
কইনা সুধিবাকে যাইতে সীতা হৰাইলা ব ন
জনেকৰ ঘৰত সীতা থাকা বোলি
ৰামক জনাইলা কুনে।

— × —

(৫৫)

ও হাট চাচা বাট চাচা
বাটৰে ফুৰেৰি
ও মণিৰাজ কুৱাৰক লাগ
ডালিমা সুন্দৰী।

— × —

(৫৬)

চোনহৰ বৌযেকে বাপুকে সুধা ঐ
বাপু তই ফুৰলি কিয নীলা
আনন্দে ৰহিলা।
কি সুধা বৌ কবাৰো লাজ লাগে
পকেটত টাকা নাই
হাৰতে হাজাৰ যাই
আনন্দে ৰহিলা।

(মইনাক দিয়া বিভিন্ন অলঙ্কাৰ আৰু দামী কাপোৰ আদিৰ বৰ্ণনাৰে গাভৰু দীপশিখাক গাব পাৰি।)

(৫৭)

মাহেৰাৰ অলংকাৰ থোৱাছে জানকী ও
পিতাৰৰ অলংকাৰ থোৱা নালো
কামে দি পঠৈছে বিচিত্ৰ অলঙ্কাৰ ও
হাত জুৰ কৰি লোৱা নালো।
দাদাৰে অলংকাৰ থোৱাছে জানকী ও
বৌহেৰাৰ অলংকাৰ থোৱা নালো
কিবে স্বোৱামী অলংকাৰ পঠৈছে
হাত জুৰ কৰি লোৱা নালো।
●স্বোৱামী— স্বামী।

(৫৮)

ও পান শিলিখা, আইদেউৰ কাৰণে কি বস্তু আনিছা
আইদেউৰ কাৰণে ও পান শিলিখা
হাৰ ডাল আনিছা ও পান শিলিখা
সমাজৰ মাজতে থোৱাহে
ও পান শিলিখা, আইদেউৰ কাৰণে কি বস্তু আনিছা
আইদেউৰ কাৰণে ও পান শিলিখা
মাছটু আনিছা ও পান শিলিখা

সমাজৰ মাজতে থোৱাহে ।
ও পান শিলিখা, আইদেউৰ কাৰণে কি বস্তু আনিছা

(৫৯)

তেলৰ ভাৰ আহিছে বৈ আছে বাটত
আইদেউ শুই আছে সুবৰ্ণৰ খাটত ।
লাহে লাহে কৰি মাকে জগায়
উঠাচোন আইদেউ অলংকাৰ পিন্ধায় ।

(৬০)

বেহৰৰ চাকেলি নাউমাই আকেলি
ঐ ৰাম বাপুকে খুজিছা ভাৰ হে
আমাৰে বাপুৰে মাযেকৰ অধীন
ঐ ৰাম কেনেকে দিব তোক ভাৰ হে ।
বেহৰৰ চাকেলি নাউমাই আকেলি
ঐ ৰাম বাপুক খুজিছা খাক হে
আমাৰে বাপুৰে দাদেকৰে অধীন
ঐ ৰাম কেনেকে দিবো তোক ভাৰ হে ।

●বেহৰ - সৰিয়হ, চাকেলি— সৰিয়হ তুলা আঁটি বান্ধি থোৱাকে চাকেলি বন্ধা বোলে ।

**তেলৰ ভাৰ দি উভতি আহোঁতে গোৱা গীত—**

(৬১)

আজিহে দেখি আইহঁতৰ মনোমতী মইনা
পোৰ হিদনা লৈ যাম বেদনা ।

তোমাৰো মায়েও ৰাখিবা নোৱাৰে
পোৰ্‌হিদ্‌না লৈ যাম বেদনা ।
তোমাৰো পিতৃও ৰাখিবা নোৱাৰে
লগতকে লৈ যাম বেদনা ।

●পোৰ্‌হিদ্‌না— পৰহিদিনা ।

—×—

(৬২)

নযন জুৰাইলোৰে
ৰাম সুন্দৰী সীতাক
দেখি আইস্‌লু ৰে ।
নয়ন জুৰাইলো ৰে ।
বেদ নিধিক বোলে বাপু উপকাৰ কৰা । নয়ন
দ্বাৰকাৰে চিন্তি কৃষ্ণক আনি দিব পাৰা । নয়ন
এতি বুলি ৰুক্‌মিণীযে কান্দে ঘনে ঘনে
কৃষ্ণক পাবাক লোগি গুণে মনে মনে ।
লাল পাগ্‌ৰী বলাই ধূতী
কথায়ে ৰহিলো
কইনা সুধি ঘৰক আইস্‌লু
নযন জুৰাইলো ।

(৬৩)

উলু বুন চত্‌কি
চাই আইলু ৰচেকী

চাই আইহ্লু ৰচেকি ভাল হে ৰাম।
হে নাট বাপু চিন্তা নকাৰিবি
তোৰ বৌয়েত কৰি ভাল হে ৰাম।
চত্কি— গচকি   ৰচেকী— ৰচকী।

—×—

পানী তোলা গীত— (এখন কাঁহী বা চালনীত এগছি চাকি জ্বলাই বাতিগনৰ ওপৰত এজোৰ তামোল-পান, এটা কড়ি নাইবা অ... ইছা, এখন ...টাৰী, এখন অনাকটা থক-কাপোৰ, সেন্দুৰৰ ...ঁটি দি ... এৰা সুতা নাৰ ... এটি কলহ, টেকেলি বা ঘট তিনিটা ... নিশাকে নৈ বা পুখুৰীৰ পাৰলৈ আয়তী সকলে পানী তুলিবলৈ ... নৈ বা পুখুৰী দূৰণিত হ'লে কিছুমান ঠাইত ... নামঘৰ আদি ধৰ্মানুষ্ঠানৰ বাজঙুৰা নাদতো পানী তোলে। ... গোটেই গাঁৱ বা চুবুৰীৰ আয়তী সকলে পানী ... যোগ দিয়া তিৰোতা বা ছোৱালীয়েহে পানী ... কি ঘট বা টেকোল লব পাৰে।)

(৬৪)

ভিতাৰত অ দি ...গ এ মজিয়াৰে বাতি
কি কৰা ৰৰৰ মায়েক পুৰে যাই ৰাতি।
পদ – বিহানে উঠিলা কৃষ্ণ এ ঘুমোটিৰ জাগে
আথুটি ধৰিলা কৃষ্ণই তন খাবা নাপে।
মইনু অভাগিনী আৰো এ কি ভৈলা মনতে
নেদিলু কৃষ্ণকে তন নলৈলু কলাতে

আয়ো বোলু মায়ো বোলু এ গোপী সকলোকে
কৃষ্ণই গৈছে কহ কৰি আনি দিয়া মোকে।
বিচাৰি বিচাৰি কৃষ্ণক এ গোপীৰ ঘৰে ঘৰে
একো দেখি নেদেখিলু পুত্ৰ দামোদৰে।
উলটি চাপিল কৃষ্ণ এ কদম্বৰে তলে
মাথাৰে পাগুৰি ভিজে নিযাৰৰে জলে।
উঠা উঠা বান্ধৱ কৃষ্ণ এ লেণ্ট পাৰি দেউ
শুকিলা ঘোঁৰাতে উঠি গৃহে চাল যাওঁ।
বহিবাক দিছু আনি গামেৰীৰ পীৰা
ভোজন কৰিবা দিছু ভোগ ধানৰ চিৰা।
মুখ ধুবা দিছু আনি উত্তম গঙ্গাৰ জল
মুহদি কৰিবা দিছু কৰ্পূৰ মিঠা পান।
দাঁতন কৰিবা দিছু কুশৰে নিশ্চন
উপাৰে টানিয়া দিছু ৰূপাৰে মহৰি
বিচিবাক দিছু আনি সোণাৰে বিচেনী।

—x—

(৬৫)

চলোৰে চলো ৰাধিকা
ও যাউ যমুনাৰ জলেহে।
সণাৰে শিকিয়া জৰী ৰূপৰে বানুকাৰে
কইনাৰ কান্ধত ভাৰ দিয়া চলিছে ৰাধিকাৰে,

ভাৰ বৰতে ভাৰ বৰতে কান্ধৰ গৈলা ছাল
হেন মতে ভাৰ বোইলি ৰাধাৰ মনত ভাল
ভাৰ বৰতে ভাৰ বৰতে কান্ধ গৈলা ফুটিৰে
পাছে পাছে ৰলোৰাণে কৰি যাই স্তুতি হে।
কানাই বলে ৰাধে মই বৰ দুখ পাওঁ
কদম তলে ভাৰ থৈ খানিক জিৰাও।
বা নাই বাতাহ নাই কদম কেন হালে
চনকা কদমৰ ঠানি ডাল ভাঙি পৰে।
কানাই বেচে দধি দুগ্ধ ৰাধে গণে কড়ি
এক কড়া ঘাটি হলে মাৰি শংখ বাৰী,
ৰাধে ব'লে কানাই মই কিনো তপ খাইলো
জগতৰ গুৰুক মই ভাৰ বৰা দিলো
দৈ নাই দুগ্ধ নাই ভাণ্ড শাৰী শাৰী
সুদা ভাণ্ড লাৰে চাৰে ৰাধিকা সুন্দৰী।
কহয় মাধৱ দাসে ৰাধা ভাগ্যৱতী
জনমে জনমে হৈবো কৃষ্ণতে ভকতি।

( ৬৬ )

উঠাৰে জেশাহ, উঠা পেহী শাহু এ হায় মোৰ কৃষ্ণ এ
ও উঠা মাকাণদেনী বৌ ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ হে
পানী তুলিবাকে যাবি না নাযবি এ হায় মোৰ কৃষ্ণ এ
ও আই সকলোৰে আগতে কো ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ

এক জেনী ধৰিছে ইগল সিগল কোৰ্বা এ হায় মোৰ কৃষ্ণ এ
ও এক জেনী লগৈছে বাতি ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ।
আতালতে আছে কুমাৰৰ টেকেলি এ হায় মোৰ কৃষ্ণ এ
তাৰে এক জুৰি লৱা ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ
ি-টা আমৰ ঠানি কুমাৰৰ টেকেলি এ হায় মোৰ কৃষ্ণ এ
ভুৰে বালাঘাটৰ পানী ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ
এক ডালে ফুটিছে মধুফুল মালতী এ হায় মোৰ কৃষ্ণ এ
ও একডালে ফুটিছে তাৰা ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ
বৰৰে মাখকে কুৰি ডুব মাৰে এ হায় মোৰ কৃষ্ণ এ
আনিবো পাতালৰ বালা ঐ ৰাম দৈৱকী নন্দন কৃষ্ণ এ
মাকাল দেনী— শকত আৰত নাইবা ককাল দাড়ি শব্দটো
মাকালদেনী হোৱা যেন অনুমান হয়।

— × —

( ৬৭ )

এ পুৱাৰাইতা ভটা ও অলৈছে দেৱতা
লগৈছে গণ্ডেশৰ চাতি হে।
এ যাওঁ কত বেলি নাপং হাত মেলি
আকেশী গঙ্গাৰে জল হে।
কত দেখো নদীৰ গভা
ওচৰতে পানো ৰে,
বৰৰ মায়েক অলে আইছে

কাষতে কলসী ৰে।
এ কাউৰী হাগিলা নলে
ইটো দুপৰ বেইলা কোনে পানী তুলে
তেলি কদমৰ তলে।

—×—

( ৬৮ )

জয় এ যেন্ত দিলা আলি
" " উঠা বনমালী
" " ৰজনী পোহৰ হৈলা
" " বুনৰে হৰিণা
" " বুনতে লুকাইলা
" " পক্ষী দশো দিশে গৈলা
" " ভুলিবা নাপালু
" " বাইছা বিচনাখনি
" " নিকাবা নাপালু ঘৰ
" " নন্দেৰ নন্দনে
" " বাঁহীত ফুঁক মাৰিলা
" " সকল আয়তী লৰ

বাইছা বিচনা— বাছী বিচনা। নিকাবা— পৰিস্কাৰ কৰা, ঘৰ মচা।

( ৬৯ )

তাম কলহ এৗলে দিয়া এ
ভাঙা ফুটা চাওঁ
ও বাপুৰে বিবাহৰ পানী
তুলিবাকে যাওঁ।

পদ— ভীষ্ম ৰাজাৰ ঘৰত আজি কইনা উপজিলা
ভীষ্ম ৰাজাৰ মনত আৰো বৰ ৰঙ্গ ভৈলা।
সখীবে থালতে মাৰে হে ধুৰে কপালত গৈলা
বন্তিৰ পহৰোত কইনাই চকু মেলি চাইলা
পাচঁ দিনাৰ মূৰত আৰো এ গণক মাতিলা
গণে পিতে নাম থৈলা দময়ন্তী কইনা
এহি বোলি ভীষ্ম ৰাজাই বৰ বিচাৰি গৈলা
দময়ন্তীৰ সদৰৰ বৰ বিচাৰি নাপাইলা,
বৰ বিচাৰি ৰাজাই এ কৰে ছাটি ফুটি
দময়ন্তীক বিয়া দিলা বাচা কল কাটি।

(৭০)

মাথাতে দধিৰে বজা
এৗলেছে সুন্দৰী ৰাধা
ও সাই ৰাধা যমুনাৰ ঘাটে।
যমুনাৰ ঘাট পাই ঠগ্ ধৰি আছে চাই
ও ঘাটোৱাল আহি পাৱা নাই।
ও আহিছে কানাই ডম্বৰু বজাই

ঘাটোৱাল বোলো তোক আগে পাৰ কৰা মোক
যি লাগে দিও বেচ কড়ি ।
নালাগে তোৰ বেচ কড়ি অন্য ঘাটে যোৱা চলি
তই ৰাধেক নকৰং মই পাৰ ।
যাযে কৰবো মোক পাৰ
তাক দিম গলৰ হাৰ
আৰো দিম মই সোণাৰ মাদেলি
ঘাটতে নাও নাই, হাততে বঠা নাই
কিমতে কৰাম পাৰ,
যেনেতেনে মতে মোকে কৰা পাৰ
আৰো দিম মই সণাৰ মাদেলি,
আগচুপি বহা ৰাধা গুৰি চাপি বোৱা বোজা
ও উচল কৰিয়া বান্ধা খোপা
খালী নাওঁৰ মাজত বহি মুচুকি মাৰিলা হাঁহি
ও খেনু উঠে খেনু তল যাই ।
পচোৱাই মেলিছে বায
কানাই মেলিছে খেৱ
ও ভাটি মুখে মাৰি দিলা খেৱ
হায় ৰাধে কি কোৰিলি মোৰ বেচ হকৱালি
তোক নিবা খুজে নাৱ পাকে
সত্যে সত্যে যদুপতি তোমাক ভজিলো আমি

ও তুমি মই হম গৃহবাসী ।

—×—

( ৭১ )

ইযোৰে মোৰ যমুনাৰ বালিতে
ইযোৰে মোৰ কানাই বহি আছে
মূৰে মূৰকুটা চুলি বাপুৰ বিয়া ।
ইযোৰে মোৰ ইপাৰৰে পৰা
ইয়োৰে মোৰ ৰাধে মাত দিছে
মোকে পাৰে কৰা বুলি বাপুৰ বিযা
ইয়োৰে মোৰ ঘাটতে নাৱ নাই
ইযোৰে মোৰ হাততে বৈঠা নাই
কিমতে কৰিম মই পাৰ বাপুৰ বিয়া
ইয়োৰে মোৰ নাওঁ হেঙুলীয়া
ইয়োৰে মোৰ বঠা হেঙুলীযা
আৰো হেঙুলীয়া চৈ বাপুৰ বিয়া
চৈৰে ভিতাৰে ৰাধিকা বহিছে
সোণাৰে কলসী লৈ ।

—+—

**পানী কটা গীত**— আয়তী সকলে নৈ বা পুখুৰীৰ পাৰ পালে পানীত তামোল পান, কড়ি বা পইচা দি প্ৰথমে কাটাৰীৰে পুৱৰ

পৰা পশ্চিমলৈ আৰু পিছত দক্ষিণৰ পৰা উত্তৰলৈ পানীৰ ওপৰত এটা চিন দি পানী কাটে। কুৱাত পানী তুলিলে কুৱাৰ ওপৰতে ঘূৰণীয়াকৈ কটাৰীখন ঘূৰাই পানী কটা নিয়ম পালন কৰে। পিছত কলহ আৰু টেকেলি বা ঘটি বিলাক তিনিবাৰ পানীৰ আবখালি লৈহে পানী ভৰাই লয়।

( ৭২ )

যমুনা যমুনা ও আই যমুনা
যমুনা আছা ঐ ভৰ
জল এৰি দিয়া আই জল কুৱেৰ
মুঠিতে আনিছো কড়ি।
জল এৰি দিয়া আই জলকুৱেৰী
তামোল পান যেলে দি নেওঁ
জল এৰি দিয়া আই জল কুবেৰী
কাটেৰী মাটি দি নেওঁ।
পাৰতে দেখিলুঁ হৰি,
জলত দেখিলু জল নাৰায়ণ
অনন্ত শয্যাতে কৃষ্ণকে দেখিলু
চতুৰ্ভুজ মূৰ্তি ধৰি।

—+—

( ৭৩ )

জলে নামিলে অল্‌কাৱতী ( অমৰাৱতী )
পাৰে বস্ত্ৰ থৈ

কদম গছে উঠে কৃষ্ণই
ৰাধেৰ বস্ত্ৰ লৈ।
স্বামীৰ বাধা নুশুনিলোঁ
মনৰ দৰপে দৰপে
সেই কাৰণে বস্ত্ৰ চুৰি
কৰলাক নাৰায়ণে।
যমুনাৰ পাৰে পাৰে
বসন থৈইলু
বস্ত্ৰ চুৰি কোৰ্লাক কুনে
দেখিও নাপালু।
কানাইৰ বাঁহী ৰাধাৰ বস্ত্ৰ
থলা ঠাই ঠাই
গহীন গম্ভীৰ জলে
ৰৈলো আমি পৰি।
আমি ছয় গোপী প্ৰভু
নিদাৰুণ তুমি
আমি ছয় গোপী প্ৰভু
কৰিছোঁ মিনতি।
কহয় মাধৱ মোৰ
পদে মোৰ

—×—

( ৭৪ )

ইচ্ছামম পুখুৰীৰ চম্পাময় পানী
তাতে গা ধুৱে ৰাধিকা ৰাণী।
পাৰে ৰাধিকাই গা পাখ্‌লে
সিফালে কানায়ে কদমফুল পাৰে
আই বাপাক ধৰি নাপাৰিবা গালি
তোমাক আনি দিম মই পাটৰে শাৰী।

— x —

( ৭৫ )

যমুনা যমুনা ও আই যমুনা
ঐ ৰাম যমুনা আছাহোই ভৰিছে
যমুনাৰে জল হৈ আছে নিৰ্মল
ঐ ৰাম আহিছে সাগৰৰ ঢৌহে।
জল্‌ভৰি যশোদা জলতে নামিলা
ঐ ৰাম সাত ডুব দিলা গণিহে
গুৱা পান দিয়া হাতে চুৰি লৈয়া
ঐ ৰাম যমুনাৰ নাভি কাটিলা।
একযালে ভেকাভেক্ হেৰে বৰৰ মায়েক
ঐ ৰাম কোন ঘাটে তুলা তই পানী হে
কন্যাক বৰক আশীৰ্বাদ কৰি

ঐ ৰাম মুঠিতে আনিবা কভিহে ।
মিঠা আমৰ ঠানি কুমাৰৰ টেকেলি
ঐ ৰাম গৌৰী সাগৰৰ পানী হে ।
কাষতে কলচী লোৱাহে দৈৱকী
ঐ ৰাম আঞ্চুলে লৈ যাবা ঢাকি ।
বাঁহৰে আগতে বেলি জিকি মিকি
ঐ ৰাম মই বোলো কিবা ফুল ফুলে
আলিৰ কাষে কল শাৰী শাৰী
ঐ ৰাম বাদুলী ওলমি খাইছে
ৰাম চন্দ্ৰৰ হাততে মুঠি কাডে ধেনু
ঐ ৰাম বাদুলীক গুলীয়াই খাইছে ।
শিলিখা তলতে ৰাধেৰ অত বেলি হ'ল
ও পানীৰে তলতে ৰাধে ডুব মাৰি ৰল ।

—x—

(৭৬)

ৰাধে ও, ও কটেৰী ধৰিবা টানি
ও মুঠি টান কৰি ধৰিবা কাটেৰী
আনিবা পাতালোৰ পানী ।
কাটেৰী কাটেৰী
পানী কাট্ কাটেৰী

মুঠি টান কৰি ধৰিবা কাটেৰী
আনিবা লুইতৰ পানী ।
দীঘল লান্দোৰ খাটা জৰী
বহি তুলে পানী
আপুনি গঢ়েছে সৰা
বেৰ টানি টানি

—+—

( ৭৭ )

খচকে আহা ৰাধা ৰাণী
ঘৈইহ্ৰালে নিবো টানি
নিযক তোক টানি ঢৌ দেখি ডৰং আমি ।
নিচলা মাছে লাগাল পাই
ঠহ্ ঠহ্কে ফেলাবো খাই
কাৰ ঘৰৰ এইৰা চাপৰি
জলতে নামিলা ৰে
ঢৌ দেখি এইৰা চাপৰি
ডবৰি উঠিলা ৰে ।
ৰাধে ও তাতে অত বেলি হল
ও বৰৰে মায়েকৰ ফুটুকী মেখেলা
মাদালৰ গাছতে ৰ'ল ।

ষাথে ও তাতে অত বেল্লি হ'ল
ও বৰৰে বৌয়েকৰ ফুটুকী মেখেলা
হিদালৰ গাছতে, ৰ'ল।
খচ্‌কে আহা ৰাধা ৰাণী
নাগ্‌নীয়ে নিব টানি
নিয়ক তোক টানি, চৌ দেখি ডবং আমি।
পানদোষ বেঙে আছে চাই
থহ্‌ থহকে ফেলবো খাই।

● ষৈইহ্‌ৰাল— ঘঁৰিয়াল, ডবং— ভয় খোৱা।

—+—

( ৭৮ )

ৰাম কৃষ্ণ নদীৰ সিপাৰে
ৰাম কৃষ্ণ ধান মুঠি ফেল্‌লু
হৰি মোৰ ঐ ৰাৱাই খচি খচি খাই
ৰাম কৃষ্ণ কইনাৰে মায়েকক
ৰাম কৃষ্ণ ৰাখিবাক খেদিলো
হৰি মোৰ ঐ ৰাম হভিন্তি গাৱতে যাই
ৰাম কৃষ্ণ জাপ দি উঠিলা
ৰাম কৃষ্ণ মূদৈৰে নাৱঁতে
হৰি মোৰ ঐ পাৰ্ঙ দি বান্ধিলা চুলি,

ৰাম কৃষ্ণ হলি কি নহলি
ৰাম কৃষ্ণ মুদৈৰে গিট্‌টিনী
হৰি মোৰ ঐ সৰ্বহৰ নহালি গিৰি ।

হতিতি গোৰা— ইযালৰ পৰা সিয়ালে ঘূৰি ফুৰা
গিট্‌টিনী— গিৰীহঁতনী ।

—+—

( ৭৯ )

আহাহ ডালিমৰ ফুল,
ও সখাৰে কলচি নাযৈ বুৰহে
যমুনা কত্‌শু দূৰ ।
সুন্দৰী ৰাধিকা মিছা নামাতিবা
ঐ ৰাম কি দৰে কিনিলা পানীহে
দিছু পাচ কড়ি আনছু কলহ ভৰি
ঐ ৰাম গৌৰী সাগৰৰ পানী হে ।
জল ভৰি কৌশল্যা পিছলৈ নাচাবা
ঐ ৰাম সাগৰ আহিবো চলিহে
সাগৰ আহবো, জগৰ লাগিবো
ঐ ৰাম নিবো ই ৰাইজক ধৰিহে ।
পঞ্চ বৰণৰে পাচোঁটি টেকেলি
ঐ ৰাম গৌৰী সাগৰৰে পানীহে ।
আজি ৰামৰ ঘৰে কিবা যজ্ঞ কৰে
ঐ ৰাম আনিছু যমুনাৰ পানীহে ।

হাথিৰ পাল খেদিলু হাকাৰে হুকাৰে
ঐ ৰাম মুইহোৰ পাল খেদিলু ৰণেহে
বাপুৰে নিমিত্তে হাউৰোক গৈইছিলু
ঐ ৰাম আনিলু কানাইকে ভণ্ডেহে
লগে থৈ গৈইছিলু সণাৰ থুটি গাছা
ঐ ৰাম এতিযাই আহো যাউ বুলিহে
জলৰ বুৰেৰীযে ভুকুকে ৰাখিলা
ঐ ৰাম মই ও লগত যাউ বোলিহে।
কই থৈ গৈইছিলু ডাব নাৰিকল
ঐ ৰাম তুলি নৈ আহিলু পানাহে
অন্যৰে গোলীতে অইন গৰুই সোমলৈ
ঐ ৰাম বাপুৰে গোলীতে গাইহে,
ইটো দুপৰ বেলা বুনে পানী তুলে
ঐ ৰাম বাপুৰ চেনেহৰ আইহে।
কদ্দেৰ গছতে কদ্দে নাইকা
ঐ ৰাম ডালিমৰ গাছতে আছেহে
থৰকে যোৰাগৈ দেউতাকক কৱাগৈ
ঐ ৰাম ৰাধে যমুনাতে আঁছেহে।

—×—

(৮০)

পানী তুলি ৰাধে ৰনোহো
উলটি নাচবা ৰনোহো

সাগৰ পৰিবো চলি খোলৰ বাজনা ও ৰনোহো।
সাগৰ সমুদ্ৰ ৰনোহো, ঢৌ খেলি আছে
ৰাধে নাচইৰা কিৰি খোলৰ বাজনা ও
চাহেবৰ আলিতে ৰনোহো জাহা ধান গজিছে ৰনোহো
হাতী শুৰ মেলি খাই খোলৰ বাজনা ও।
হে হাতী ধৰা ৰনোহো, হাতী কাষাৰ কৰা ৰনোহো
ৰথে পানী তুলি খাই খোলৰ বাজনা ও।
হাতীকো খেদিলু ৰনোহো অৰণ্যে অৰণ্যে ৰনোহো
মুই জোকে খেদিলু ৰণে খোলৰ বাজনা ও
আমি যে গৈইছিলু ৰনোহো পানী তুলিবাকে ৰনোহো
উলুকা বুনৰ মাজে খোলৰ বাজনা ও
আগতে কৈছিলু ৰনোহো, হে কইনাৰ বাপেক ৰনোহো
চমুক চাচিবি বাট খোলৰ বাজনা ও
পানী তুলা তিৰি ৰনোহো. উজোটি খাইবো ৰনোহো
উজোটিত চিঙিবো ভৰি খোলৰ বাজনা ও
কুমনো বান্ধোইছে ৰনোহো, সিন্দুৰবে আলি ৰনোহো
ৰাগে পেখন ধাৰ যাই খোলৰ বাজনা ও ৰনোহো
বাপুৰে বাৰীতে ৰোনোহো. ভোলকা বাহৰ শাচী ৰনোহো
দাহলকে কাটিৰা চৰি খোলৰ বাজনা ও
সেহ চাৰত উঠি ৰনোহো, মায়ে পানী তোলে ৰনোহো
বাপুৰে বিবাহক কাপি খোলৰ বাজনা ও।

— ‡ —

(৮১)

ৰাতিতে তুলিলা পানী এ আতি বৰি শুৱা
পুৱালী পাৰিবো পক্ষী জল যাবো চুৱা।
বিয়াধে পাতিছে ফাণ্ড মাটিৰ আৰাল কৰি
নাজানিছে হৰিণীযে ফাণ্ডে দিছে ভৰি।
ফাণ্ডে পৰি হৰিণীহে কৰে হায় হায়
অন্যেহে নবধে মোক বধিলা গোঁসাই
এৰি দিয়া প্ৰভু মোক এ ধৰমকে চাই
তুনাই যদি ঘূৰি নাহো গেলি পচি যাই
এক সত্য খালো মই এ দুই সত্য খালো।
তিনি সত্য খাই মই চাৰাৰ কাষে গেলু
অন্য দিনা আই তুমি এ আহা সোন্‌কালে
আজি দেখু আই তুমি নাহা অতপৰে।
বিয়াধে পাতিছে ফাণ্ড এ মাটিৰ আৰাল কৰি
নেদেখিহে বোপা মই ফাণ্ডে দিলো ভৰি
ফাণ্ডে পৰি আই তোৰ এ দেহা গেইছে চুৱা
দুগ্ধ নাখং আই তুমি তুনাই ফিৰি যাৱা
চানাই মাকাই লগ লাগি কান্দন জুৰিলা
চিৰি কৃষ্ণই আহি আৰো উপদেশ দিলা।

— × —

(৮২)

ঘাটে কৱা তেলি কদম বাটে লাগাল পাই

পান্থ চাৰি দিয়া কানাই ৰাধে চলি যাই।
বিশ্বভানু সুত ৰাধে মাথে মৈৰা পাখী
কানাইক নেদেখি ৰাধে আকুল পৰাণ
ঘনে উঠি ঘনে বহি ঘনে ফিৰি চাই
কাষতে কলচী লৈ যমুনাকে যা:।
ইদেখি সিদেখি কানাই চতুর্দিশে ...
কদম্বৰ ডালে বহি বাম্বুৰী বজায়।
কদম্বৰ ডালে বহি বাহীত দিছে টান ৰে।
সহিব নোবাৰে ৰাধে অভাগিনী প্রাণ
যমুনাকে যাই ৰাধে পাইলা কদম তলে
দুষ্ট কানাই লাগাল পাই বাট আগুৰি ধৰে
কোথাৰ পৰা আইলি তই কোথাৰে ৰূপসী
তোৰহেন ৰূপসীৰে মাটিৰে কলসী
এই কলসীযেদি নিতে আনা পানী
এই যে মোৰ মাটিৰ কলসী তোমাৰ কিবা হানিৰে
যমুনাক যাবাক লাগি আৰু ৰাষ্টা নাই
যুন ঘাটে ৰাধিকা যায় সেই ঘাটে কানাই
যমুনাকে যাবাক লাগি এ মায়ে দিছিল বাধা
সেই কাৰণে মোৰ নাম কলঙ্কিনী ৰাধেহে
যমুনাকে যাই ৰাধে জলক কৰ্লাক ধিয়ানৰে
জলৰ মধ্যে পৰি আছে কলঙ্কিনী নামেৰে।
কহয় মাধৱ দাসে ৰাধা ভাগ্যৱতী

জনমে জনমে হৌক কৃষ্ণতে ভকতি ৰ ।

— x —

(৮৩)

হেম পৰে থপা থোপি এ
কদম্ব ফুলে ৰাতি
গছৰ ছায়া দেখি জিৰৈ
ডাঙৰীয়াৰ বেটি ।
আগত চাতি পাছত চাতি এ
পানী তুলে ৰাতি
এ গাছৰ ছায়া দেখি জিৰৈ
ডাঙৰীযাৰ বেটি ।
ও দেহি পানী তুলি ৰাধে
উলটি নাচাবা
ও দেহি সাগৰ পৰিব চলিছো
ও দেহি উমে বিৰিখকে হাত মেলিবা
ও দেহি অলপতে পুত্ৰ পাবিহো ।
ও দেহি কুনেম্নু বান্ধেছে সিন্দুৰৰ আলি
ও দেহি ৰাধে ঠগ্ ধৰি বুলে হো
ও দেহি ভয় নকৰিবি ৰামৰে ঘোৰুনী
ও দেহি দেং দি চেৰ্বা পাৰিহো
ও দেহি পয়াল মণি থপা তাতে বহি আছে

ও দেহি আমি পানী তুলি আহ্ইলো ও।

—+—

( ৮৪ )

কি এ, আমি ৰাঙা পাখি ৰাঙা
ও ৰাঙা কদ্দেৰ ফুল এ
কি এ, ছাড়িবাক নৰে ৰাধাই
ও ভৰিত শেম্পুৰ এ।
ও কাষতে কলচী এ
কি ও ইফালে সিফালে হায়ৰে হৰি
কি ও ডালৰে ভিতৰে হায়ৰে হৰি
টিয়াই কুটি খৈলৈ টেঙা বলোৰাম
কি ও মগৰা ঘাটকে হায়ৰে হৰি
কি ও ৰাধে আহিছে হায়ৰে হৰি
কানাই পাতি থৈছে জেঙা বলোৰাম।

—+—

( ৮৫ )

ডালিমৰে টিয়া হায়ৰে হৰি
ডাল ভাঙি দিয়া হায়ৰে হৰি
হৈ যাওঁক নাউ বাপুৰ বিয়া বলোৰাম।
তামোলৰ আগেলি হায়ৰে হৰি তামোলৰ আগেলি হায়ৰে হৰি
মাণিক ভৰি ভৰি লাগে বলোৰাম।

আলি ঢাকি পৰে হায়ৰে হৰি তৃতীয়া শালিকা হায়ৰে হৰি
পাথাৰ ঢাকি পৰে টীয়া।
একফালে ফুটিছে হায়ৰে হৰি
মধুকল মালতি হায়ৰে হৰি
একফালে ফুটিছে তাৰা বলোৰাম
ৰৰে মায়েকে হায়ৰে হৰি
পানী তুলিবা গৈইছিল হায়ৰে হৰি
উপাৰে কাৰ্শালা টানি বলোৰাম।

—+—

(৮৬)

হুৱাৰ মেলা হুৱাৰ মেলা এ
কাঠৰ হাডাৰ বাৰী
আনিছু গঙ্গাৰে জল
নিয়া আগবাটি।
ঠাইখিনি মুচা কাচা এ
ও জলটুপি থোৱা
কলসীৰে মুখ ঢাকি
জোলা কাপোৰ দিয়া
আম কলি জাম কলি এ
কলহ থলি ক'ত
কলহ থলি দক্ষিণ কালে

থৈকল লিনি কেঁত
চালত পানী দিবা মন্দিৰে সোমাবা
ঐ ৰাম মঙ্গল চাই টেকেলি থবাহে
পূব পশ্চিম উত্তৰ দক্ষিণ
ঐ ৰাম মঙ্গল চাই টেকেলি থবাহে
ও দুৱাৰ মেল দুৱেৰি কুৱেৰী ও
ও দুৱাৰৰ ঘুমুচা কৰী ঐ ৰাম।
ও শিল পাৰৈ দুৱাৰ মেলা ৰজাৰ কুৱাৰ
ও কলসী ভিতাৰে নেওঁ ঐ ৰাম।

—+—

**দৰা কইনাৰ মূৰত পানীচতিওৱা গীতঃ—** পানী তুলি অহাৰ পিছত দৰা বা কইনাই নতুন অনা কটা কাপোৰ পিন্ধি ঘৰৰ আগ চালৰ পিৰালীত ঠিক দুৱাৰ মুখতে এখনি পীৰাত পাৰা পাৰি বহুৱাই লৈ লঘোণ দিয়া তিৰোতা সকলে দৰা বা কইনাৰ হাতত অলপ পইচা দি মূৰত তিনি চলু পানী দিব লাগে। দৰা কইনাক মূৰত পানী দিয়া হলে গা ধুবলৈ অনা পানী অলপ ঘৰৰ চালত চতিয়াই দিয়ে।

(৮৭)

আহা চটো বাপু বহা আসনতে
সাদৰে মাতিছু আমি
গংগাৰ জল আনিছু গঙ্গাৰ জল আনিছু
মাথাত তুলি লবা আহি।

হৰি মোৰ চাঙ্গত পানী দিবা
হৰি মোৰ ধাৰ নিচিঙিবা
হৰি মোৰ স্থান চাই টেকেলিঃ থবা
হৰি মোৰ চোলত পানী দিবা
হৰি মোৰ ধাৰ নিচিঙিবা
হৰি মোৰ মাহৰে পৰমৰ বিৰ্যা।

—✢—

শলা বটা গীতঃ— পানী ভৰাই অনা কলহ, ঘট আৰু টেকেলি কেইটা ঘৰৰ পূৱ বা দক্ষিণ ফালে লৈ, লঘোণ দিয়া তিৰোতা তুগৰাকী'য় দৰা আৰু কইনা ঘৰত বিয়াৰ দিনাখন পুৱাৰ পৰা ৰাতি পৰলৈকে জ্বলি থকা জাপ চাকিৰ বাবে শলিতা তৈয়াৰ কৰিব লাগে। দৰা হলে কলহৰ ডিঙিৰ পৰা এহাত জুখি ১০০ বাৰ আৰু ছোৱালী হলে কলহৰ ডিঙিৰ পৰা এক টকৰ (এবেগেত) জুখি যত ৰত শলা কাঠিত মহুৰা এটি লৈ ৫০ ডাল এৰা সূতাৰে শলা বটা কাম সমাধা কৰি পানী ভৰাই অনা কলহটোৰ মুখখন জোলা কাপোৰ অৰ্থাৎ অনা কটা কাপোৰ এখনেৰে ঢাকি দিয়ে। কিছুমানে তুখনক এখন কৰি দীঘলকৈ বোৱা অনা কটা থক-কাপোৰেৰে কলহৰ মুখ বিলাকো ঢাকি দিয়ে। উল্লেখযোগ্য যে প্ৰধান কলহটো লোৱা গৰাকীয়ে পিছলৈ নোচোৱাকৈ কলহটো এবেৰাহে ককালত একাষে লৈ আহিব লাগে।

(৮৯)

মায়ে নাউ দিছে হালা
বাপে নাউ দিছে
ঐ চন্দ্ৰ কালাহে
শালা বটিবা পাৰা ভালে।
মায়ে নাউ দিছে সিকি
বাপে নাউ দিছে কুটৰামুখী হে
আঙুলি নখৰে ফিকি।
শালা বটিবা ভালে
চাৰা ৰাতি অগ্নি জ্বলবো
বিবাহৰ কালে।
মাযে নাউ দিছে হালা
বাপে নাউ দিছে ঐ চন্দ্ৰ কালা হে
শালা বটিবৰ হল বেলা।
মালেনী এ বিনা সূতা বিনা জৰী
শালা বটিবা কেনে কৰি
শালা বটা শালা বটা
আপোনাৰে আইহে ৰাম
ভাল কৰি শালা বটা
বিবাহকে যাই হে ৰাম।
ভালকে লো শালা কাঠি

পেপে্ৰি অলবো ৰে
ভালকে লো শালা কাঠি
চকুত বিন্ধিবো ৰে ।
● 'পেপেৰি— আঁত হেকওৱা ।

— ৯ —

নান্দী মুখ শ্ৰাদ্ধৰ গীত— (নান্দীমুখ শ্ৰাদ্ধৰ বাবে প্ৰয়োজনীয় সামগ্ৰী সমূহ হ'ল— ফুল, তুলসী, বেলপাত, দুবৰি, কলগছ এডাল, ৫ ডাল কলপুলি, মাটিৰ বেদী এটা (দীঘে পুতলে ২½ হাত) মঙ্গলৰ পিঠাগুড়ি, পঞ্চগুড়া যেনে— চাউলৰ গুড়া আধা কেজি, হালধিৰ গুড়া ১২৫ গ্ৰাম, ৰঙা শাকু ১২৫ গ্ৰাম, বেলপাতৰ গুড়া ১২৫ গ্ৰাম, পতান দহোৱা ছাই ১২৫ গ্ৰাম, বেষ্টন কাপোৰ, এৰাসূতা, আম পাত, পাজী, সেন্দুৰ, ঘট দুটা, জাপ চাকি এজোৰ, সৰু চাকি ১১ টা, কুমেৰু চৰু এটা, দধি চন্দনৰ ঘুটী ২ টা, বগৰী ১৬ টা, কলিগা ৫টা, ধূপ-ধূনা, ঘী, দৈ, দুধ, চেনী, ঘটৰ বগা কাপোৰ ১ খন, আমৰ আগ দুটা, দুনি এটা, কল এক আধা, চাউল, দাইল, আলু, নিমখ, তেল, পান-তামোল আৰু অলপ দক্ষিণা দি সজোৱা ভোজনী এটা, প্ৰসাদৰ বাবে মুগ বুট ৩ কেজি, কল ৩ আখি, নাৰিকল, ফলমূল, তিল ইত্যাদি ।

অধিবাসৰ বাবে— এখন কাহীত দাপনী, চুৰি, আৰ্চি, গোন্ধতেল, তামোল এটা, চন্দন, ধানৰ শিহ বা শালিধান, এটা সোণৰ আঙুঠি অঞ্জন, দৰা-কইনাই পিন্ধা হাড, জাপ চাতি ১ টা, সৰু চাকি ৫টা,

সক শিল এটা, নান্দী শ্ৰাদ্ধৰ চাউল ২০ কেজি, পিণ্ডৰ বাবে চাউল ৫ পোৱা, মালভোগ কল ৮ টা, শ্ৰাদ্ধৰ গামোছা ৪ পুৰোহিত বৰণৰ ধুতী, চাদৰ, ঘিউৰ চাকি ৫ টা ইত্যাদি ।

(৮৯)

কি এ— ওপৰে ৰভা তলে হৰি সভা
আজি চানা বাপুৰ বিয়া হে
কি এ ধূপৰ গন্ধ পাই, নাৰদ আহে যাই
নাৰায়ণ নাৰায়ণ বুলিহে ।
কি এ— ৰমন্তী ফুলৰে মই ঘৰ সাজিলো
জয়ন্তী ফুলৰে বেৰাহে ।
কি এ— তাৰে ভিতাৰে বাপুই শ্ৰাদ্ধ কৰে
সাত পুৰুষৰ নামহে ।

—×—

(৯০)

ইখেন চাইনা পাতৃছে কুনে ফুলা জুলা কৰি
চাদেৰেহে ভাঙি ফেলৈ নজৰ লাগ্‌বো বুলি
ইখেন চাইনা পাতৃছে কুনে খুটা হৈছে বেকা
তাৰে তলত বহি আছে লখোণ দিয়া ডেকা ।
ইখেন চাইনা পাতৃছে কুনে বাহঁৰে ভেকেনী
বিচিত্ৰ কৰিয়া থৈছে সণাৰ গুণা টানি হে ৰাম

—×—

(৯১)

চাইনাৰ তলতে চাৰি কলৰ পুলি
কিও— তাৰো ৰাঙা ৰাঙা পাত হে ৰাম
চটো বাপুৰে শ্ৰাদ্ধত বহিছে
কিও -- লাজতে নেমেলে হাতকে ৰাম।
চাইনাৰ তলতে জালিকাটা জাপি
কিও— তাৰো ৰাঙা দৈ হে ৰাম
চটো বাপুৰে শ্ৰাদ্ধতে বাহছে
কিও— লগত্ পুৰোহিতক লৈছে ৰাম।
আতেকৰ দিনৰে কৰীয়া মৰীষা
কিও— সহলৰ পাথাৰত চৰে হে ৰাম
পিতেকৰ দিনৰে ৰাঙলী দলিছা
কিও— বাপুই বহি শ্ৰাদ্ধ কৰে হে ৰাম।

(৯২)

কি পূজে গছে পূজে
হাঁতীৰ মুৰত উঠিছে
তেকৰা কদমৰ মালা বাঙলীয়া পিন্ধিছে।
কি পূজা কৰে অকণ চখেৰী
বকণৰ পীৰাতে বহিছে।
বাহী ফুল থবা বাপু
সাজ ফুল লবা

সি যেনি ফুল লাগে
দামোদৰ আগত ধৰা।
কলা ৰঙা বগা ফুলে
আঁজলী ভৰিলা
সাগৰৰ জল আনি
আচমন কৰিলা
এবেপাটি তুলসীৰে গোবিন্দক পূজিলা।

— x --

(২৩)

দেৱগণ শ্ৰাদ্ধতে বহিছে ৰাজা
পূজাৰ কাৰণ।
ৰাম ৰাজা ঋষি ৰাজা
জনক ৰাজাৰ ঘৰ
আজি ৰাম ধনু দাঙিবো
অযোধ্যা নগৰ।
দানছিল যজ্ঞেছিল
দশৰথ ৰাজাহে
দেৱতাক নৰলোকে
স্বৰ্গে কৰে পূজাও।

(২৪)

কৃষ্ণত উপদৃষ্টি হৈলা দ্বাৰকাত
নাৰদে আনিলা পুষ্প পাৰিজাত

দিলন্ত কৃষ্ণৰ হাতেহে,

কৃষ্ণে নিলা তাক পৰম সাদৰে

দিলা ৰুক্মিণীৰ হাতেহে।

শুনি সত্যভমাই পৰম ৰোগাত

ক্ৰুদ্ধ ঘৰে পৰি ৰৈলাহে।

কৃষ্ণে তাক ভাবি

মাতি সত্যভমাক

স্বৰ্গ হস্তে লৈয়া গৈলাহে।

দিব্য পাৰিজাত উভালি আনিয়া

ৰুলা সত্যভমাৰ গৃহেহে।

—×—

( ৯৫ )

লাল পাটৰ ভূনি ও

ও চনা শ্ৰাদ্ধত বৈইছে কুনি ও

অযোধ্যাৰে পৰা শুনি

চনা দক্ষিণ পৰগনা।

কাণৰে জুমুকা ও

ও লতা সুবৰ্ণৰ ভমকা ও

দাদা বলোৰামে সাজে।

উটিতে বহোতে ও

ও লতা শ্ৰাদ্ধ কৰোতে ও

বাপুৰে কাঙাল হালে ।
নালাগে উঠিবা ও
ও লতা বহি শ্ৰাদ্ধ কৰা ও
সাতো পিৰি নামি আহে ।
বামুণৰ গুৰিতে ও
ও লতা বাপুৰে বহিছে ও
দ্বাৰকাৰে কৃষ্ণ হেন দেখি ।
দ্বাৰকাৰে কৃষ্ণ ও
ও লতা পৃথিৱী পয়োভৰ ও
শ্ৰাদ্ধতে বহিছে ৰাজা
চনা দক্ষিণে পৰগনা ।

—×—

●চনা— সোণা,

(৯৬)

আইছে নাৰায়ণ বহিছে পৱন
প্ৰলহাদক পৰীক্ষা কৰি
উপাৰোৰে পৰা হৰি নামি আ'হ
নৰসিংহ ৰূপ ধৰি ।

টিক্‌ ধৰা বা তেল চাৰৰা গীতঃ—

(৯৭)

মাইৰে মুৰতে পাতকু ধৰিছে এ

তেল ধাৰে ধাৰে দিয়া হৰি হৰি
বামুণে লাগিছে বাক্য বোলিবাকে
সণাৰে আঙুঠি দিয়া হৰি হৰি ।[১]

— x —

টিক্ প্ৰৱাৰ পিছুত্ত গোৱা গীতঃ—

(৯৮)

উঠা সীতা শান্ত হোৱা
ৰামৰে বাতৰি লোৱা
কত কান্দা ধূলাতে বাগৰিছে ।
সুবাহু ৰাক্ষসক মাৰি
মুনি গণৰ যজ্ঞ কৰি
আইছো ৰামে মিথিলা নগৰেহে । উঠা
শিংখপা বিৰিষৰ তলে
আছে সীতা মন দুখে
কৰা হনু ৰামৰে বাতৰিহে । উঠা
জটায়ু পক্ষী ৰামৰ মিত্ৰ
বাটতে লাগিব যুদ্ধ
কৰা হনু ৰামৰে বাতৰিহে । উঠা—
সিন্দূৰৰে দগো মগো ও
ও হৰিছে কাজলৰ ৰেখা
কলিয়া মেঘৰ আঁৰে ও

চন্দ্ৰই দিছে দেখা ।
কৃষ্ণৰূপে দৈবকীত ও
ও হৰিহে ভৈলা অৱতাৰ
শঙ্খ চক্ৰ গদা পদ্ম ও
কৰত তোমাৰ ।

- +—

(৯৯)

শিংখপা বিৰিষৰ তলে সীতাদেৱী ও
আছে মন দুখ কৰহে ।
নাকান্দা মন্দোদৰী নেন্নু ৰাজ্যং কাটিও
ৰাৱণক নভজো মই এ
বাপা হনুমন্ত ডালৰে বান্দৰ
চিৰিকল দেউ ধৰাহে ।
ৰাক্ষকৰ নগৰে বঞ্চো কিমতে
ৰাম স্বামীৰ আগত কৰাহে
ৰাম আহিবো, ৰাৱণক মাৰিবো
লৈ যাব অযোধ্যাক লগিহে ।

— +—

(১০০)

সীতায়ে বোলন্ত বাপা লৱ কুশ
কি কৰিলা বিধি অকালতে মোৰ ।

বাল্মিকী বনতে বহুত লোকৰ শব্দ
শুনিয়া আছু মোৰ কা'ণ।
মই অভাগিনী বাধাও নকোল্লু
যুন্নুবা ৰামকে মাৰে।

— x —

(১০১)

সীতা অচেতন সোপনত বৰ পাই
হৰিষ বদন, সীতা অচেতন।
সূৰ্য্য বংশে উপজিলা ৰাম মহাৰাই
তান অবিহনে মোৰ দিনে যুগ যাই।
নিদাৰুণ পিতৃ তুমি থৈছা ধনু পাতি
কি মতে ভাঙিব ধনু ৰাম মন্দমতি।
লক্ষণ সহিতে ৰাম আহিবো কেতিয়া
দিনে ৰাতি ৰামৰ কথা আছোঁ যে চিন্তিযা
গাঁঠি থৈছো পদ্ম মালা গোন্ধে বিমোহিতে
প্ৰভুৰ চৰণত মালা দিম কেন মতে।

— x —

( ১০২ )

## শান্তী-বাৰমাহী

আঘোণৰ মাসতে শান্তী তৃতীয়াৰ জোন।
চৈধ্য বছৰতে শান্তীৰ ভৈলন্ত যৌৱন॥

আঠাৰ বছৰে শান্তীৰ বয়সে দিলা ভাঠী
বুঢা ভৈলা, বাথা ভৈলা হাতে লৈলা লাঠী ॥
পৌষৰ মাসতে শান্তী আছি বৰিকঁৱা।
প্ৰাণনাথে জীউনাথে খেলে পাশা-জুৱা ॥

পাশা খেলে, জুৱা খেলে পাশাই নেদে ঢাল।
কৈক এৰি গৈলা প্ৰভু বিনন্দ গোপাল ॥
মাঘৰ মাসতে শান্তী ধৰমৰ তিথি।
চিলানক গৈলা শান্তী ভাগনীৰ সহিতে ॥

আগহাতে জল-ফুল অগুৰু চন্দন।
জলত নামিয়া শান্তী কৰিলা চিলান ॥
ফাগুনৰ মাসতে শান্তী দেউল যাত্ৰা।
দেউল উপৰে আছে মঠ যে মগৰা ॥
মঠ নোহে, মগৰ নোহে, জগতৰ হৰি।
আলানি-বিলানি কান্দে ধৰণীত পৰি ॥

চৈত্ৰৰ মাসতে শান্তী পকে সৰে বেল।
সেই বেল লৈ সাউদে বণিজক গেল ॥
বনিজকে যাই সাউদে কিবা পালা নিধি।
ডাক ডালিম পকি আছে খাইতে নেদে বিধি ॥
বৈহাগৰ মাসতে শান্তী দেৱতাৰ গৰ্জ্জনি।
দেৱতাৰ গৰ্জ্জনি শুনি মাছে দেয় উজানি ॥
সিও মৎস্যে উজনী দেয় বছৰে একবাৰ।

আমি অভাগিনী নাৰী সেই পটন্তৰ।
জেঠৰ মাসতে শান্তী জেঠুলা বাৰ খৰ।
বনৰ হৰিণা পশু সিও চাপে ঘৰ।
যাকে দেখোঁ আপোন সিও হৱে পৰ।
বিবুদ্ধীয়া সাউদৰ কোঁৱৰ যিৰি নাহে ঘৰ॥
আষাৰৰ মাসতে শান্তী আগতীয়া বান।
খেনে উটে খেনে বুৰে, পুষ্পৰ পালঙ্কখান॥
পুষ্পৰ পালঙ্কত শান্তীৰ নাহিলা ঘুমটি।
এতদিনে সাউদৰ কোঁৱৰ নাসিলা উভতি॥
শাওণৰ মাসতে শান্তী ৰোৱাণৰ দিন
যিটো নাৰীৰ পুৰুষ নাইকা সকলোতকৈ হীন॥
আকাশতে চন্দ্ৰ নাইকা নিজিলিকে তৰা।
যিটো নাৰীৰ পুৰুষ নাইকা জীৱন্ততে মৰা॥
ভাদৰ মাসতে শান্তী ভাদৰ বাৰে খৰ।
নদী শুকাল, নালা শুকাল, পৰিল বালিৰ চৰ॥
কাইমে ৰাৰে, কোঢাই ৰাৰে, বাৰে ৰাজহাঁহ।
হাঁসিতে খেলিতে গৈল বাৰিষা ছয় মাহ॥
আহিনৰ মাসতে শান্তী দেৱী পূজা খায়।
হাঁহ পৰে, ছাগাল পৰে, পাৰৱাৰ লেখ নাই॥
হাঁহ পৰে, ছাগাল পৰে, পাৰোৱা জাকে জাকে।
যৈতে আছে সাওদৰ কোঁৱৰ তৈতে ভালে থাকে॥

কাতিৰ মাসতে শাস্তী কাটি আন ধানৰ থোৰ
বাৰ মাসৰ তেৰ গীত গাইতে নাপায় ওৰ ॥
বাৰ মাসত তেৰ গীত লওবে গণিয়া।
ইটো গীত গাইছে কোন ফুলৰন্তী কন্যা ॥
ফুলৰন্তী কন্যা নোহে জগতৰ আই
যিবা গাবে, যিবা শুনে দুৰ্গতি খণ্ডায় ॥
হাতে বাবে ঢাক-ঢোল, মুখে বাবে বাঁহী।
এই গীতৰ নাম হৈছে শাস্তী বাৰমাহী ॥

(১০৫)

কি কি ফুলৰে মালাহে ডেকাদেউ
ঐ ৰাম কি কি ফুলৰে মালাহে
ঐ ৰাম ওপৰে গুঞ্জৰে ভোমোৰাহে।
চাই আছিলু চাই আছিলু
মাংৰ ঘুনুচা লৰে,
দশৰথ ৰাজাৰ পুত্ৰ
ঐ ৰাম ৰূপে জিলমিল কৰেহে।
কুকৰা কুকৰা ৰাঙলী কুকৰা
ঐ ৰাম লুইতৰ বালিতে চৰেহে
আতেকৰ দিনৰে ৰাঙলী দলিছা
ঐ ৰাম বাপুই বহি শ্ৰাদ্ধ কৰেহে।

— x —

(১০৪)

হৰ শ্ৰাদ্ধতে বহিছে
শিৰে আহিছে
সবে দেখিছে । হৰ·
ৰাম ৰাজা ঋষি ৰাজা
জনক ৰাজাৰ ঘৰে
আজি সীতাক বিয়া দিবো
অযোধ্যা নগৰে ।
কোবাত বাজে বিণ্ বিণ্
কোবাত বাজে বেণু
আকাশে ডম্বৰু বাজে
আহে ৰাম কানু ।

— x —

(১০৫)

ফুল ফুলিছে কেতেকী
ফুলৰ নাম বাসন্তী
ৰামক লগি গাঁথ্‌ছে মালা
ভবানী পাৰ্বতী । ফুল…
ফুল ফুলিছে পাৰিজাত
ফুলৰ নাউ নানাম জাত
ৰামক লগি গাঁথ্‌ছে মালা

শুদা গন্ধৰাজ। ফুল—

—+—

(১০৬)

লখাই লখাই প্ৰাণৰে লখাই
ৰামৰে কনিষ্ঠ ভাইহে ৰাম।
বিলম্ব নকৰি শীঘ্ৰে যোৱা চলি
ৰাম দাদেক ৰাক্ষসে খাই হে ৰাম।
আমাৰ ৰাম দাদাৰ ঈশ্বৰ ভকতি
কোনোবা মাৰিচৰ মায়াহে ৰাম।
বুজিলো বুজিলো বাপু লক্ষণ
বুজিলো তোমাৰ আসয় হে ৰাম।
ৰাম দাদাক মাৰিয়া তোমাৰ বৰি ৰঙ্গ
মোকে তই হাবিলাহ্ কৰাহে ৰাম।
কি বাক্য বুলিলি মোকে হে জানকী
দুৰ্বাক্য বুলিলি মোকে হে ৰাম
দাদাক দেখু মই পিতৃৰ সমান
চৰণতে কৰো পূজা হে ৰাম।
তোমাক দেখু মই মাতৃৰ সমান
চৰণতে কৰো সেৱা হে ৰাম।

(১০৭)

শিশু সনা গীত—

ৰাঙী গাইৰ গাখীৰখিনি

থৈছু যতন কৰি
আমাৰ বাপুই পিণ্ড সানে
সাত পুৰুষক লগি ।
দৈ সানা দুগ্ধ সানা
আৰো সানা কল
বাপুৰ নামে তুষ্ট হবো
দেৱতা সকল । ৰাঙী ..

—×—

(১০৮)

সাত পুইৰা সাৰদৰে ও
ও হৰি হে, সাত সাত থালি,
সাত সাত পুৰুষকে ও
দেই পিণ্ড ঢালি ।

—+—

(১০৯)

ফুলি আছে পদ্মুৰ চাকা এ
সাগৰৰে মাজে
শাৰী পাতি ঋষি সবে
থৈছে ভাগে ভাগে ।

—×—

দৰা কইনাৰ নখ কামৰা বা নখ কটা গীতঃ—( নান্দী মুখ শ্ৰাদ্ধ হৈ যোৱাৰ পিছত আবেলি গা ধোৱাৰ আগে আগে দৰা বা কইনাক- ৰভাতলিৰ সোঁমাজত থকা কল পুলিৰ সন্মুখত বহুৱা এখন বিচনীৰ ওপৰত দুটি ধানখেৰৰ 'সপ্তি'ত ভৰি দুখন তুলি থব দিয়ে। আগৰ দিনত নিৰ্দিষ্ট বেজ বা নাপিতে দৰা-কইনাৰ নখ কাটিছিল। এতিয়া কিন্তু দৰা কইনাৰ সম্বন্ধীয়া সক ভায়েকে নখ কাটে। উল্লেখযোগ্য যে এই নখ কটা নাপিতজনক কইনা বা দৰাই পিন্ধি থকা তেল পাটৰনী বা তেল গামোছাখন দান কৰাৰ লগতে চাউল আৰু পইচাও দিব লাগে)

(১১০)

কি এ নখ কাম্ নখ কাম্
বেজৰে ছোৱালী
দুযো ভৰিৰ মাজত আছে
টকাৰে টপ্‌লি।
কৰ পৰা আহিলি বেজ
মাথাত দিলি হাত
কিবা জাতি কিবা কুল
নকলি আমাক।
নখ কাম্ নখ কাম্
নখৰ ওলাল তেজ
কৰ পৰা আহি পালাক

নাপ্‌টি মুখা বেজ ।
আমাৰ মাই সক সুৰা
বেজ হৈছে বুঢা
বেজকে দক্ষিণা লাগে
জালুকৰে গুড়া ।

(১১১)

ইও বোলে সিও বোলে
বেজৰ মনা সক ।
চাউল ধৰে চক ধৰে
ধৰে দাম্‌ৰা গৰু ॥
লাউটু কাটিলু দুই ফাল্লা কৰিলু
ঐ ৰাম কুন ফাল্লাক
বোলিম মই সকছে
বেজৰ ঘৈণেকে তেল্‌নি মাৰিছে
ঐ ৰাম নখন্দা পাথাৰোৰ গৰু হে ।

— x —

দৰা কইনাক গা ধুওৱা গীত—

(১১২)

সখী এ আহা কইনা জাক লাগে ধুৱাইবাকে
" " ভৈলা নখ কেশ কাটা হে ।
" " যজ্ঞ কলৰ পুলি মাই আছে ধৰি

" " ধুৱাইবো ধুৱাইবো বোলিছে ।
" " সণাৰে বাতিতে মাহ হালধি
" " ৰূপাৰে বাতিতে তৈলহে ।
" " গন্ধ তৈল আনি ঘঁহিলা বোহিনী
" " মাইৰে লাহৰে চুলিহে ।
" " থৰ্‌থৰ্ কৰি কাম্পে হাত ভৰি
" " কলহে ঢালিলা জলহে ।
" " গা ধুই মাই ও মায়েক সোধা ঐ
" " কি বস্ত্ৰ পিন্ধিব পাইহে ।
" " ছাঁতে শুকোৱা মুঠিতে লুকোৱা
" " সেই বস্ত্ৰ পিন্ধিব পাইহে ।
" " গা ধুই মাই এ পিতেকক সোধা ঐ
" " কি বস্ত্ৰ পিন্ধিব পাইহে ।
" " পুৰেতী ধুৰেতী ৰূপে পাৰবতী
" " সেই বস্ত্ৰ পিন্ধিব পাইহে ।
" " গা ধুই মাই ও মামেকক সোধা ঐ
" " কি ফুল পিন্ধিব পাইহে ।
" " সাগৰৰে মাজে আছে পাৰিজাত
" " সেই ফুল পাবাৰে নাইহে ।
" " মৰমৰ ভায়েকে নৌকা সাজিলে
" " পাৰিজাত বিচাৰি যাইহে ।

সখী এ আৰে কপ্সে হিয়া বস্ত্ৰ আনি দিয়া
" " বস্ত্ৰ আনি গুৰিত থৱাহে
ও নিলো কোন কাৰিকৰে
কলপুলি গাটছিলি ও
মাই ধৰ্‌লি হালি পৰে নিলো বকসী ও ।

—×—

(১১৩)

কলৰ গুৰিত ঠিযা দিছে এ
চিৰামচ ধৰি
ধুৱাইবাকে অলে নাহে
মায়েক পটেশ্বৰী ।
আকাশৰে হনুমন্তইহে
নামে দিছে পাতা
বাপুকে ধুৱাব লাগে
অপেশ্বৰীক মাতা ।
প্ৰথমতে হাত দিবা এ
মাহ ঘিলাহে
হালধিৰ ৰস আনি
ঘহিবা গাৱতে ।
বাপুখেৰ পাছফালে
হালি আছে বল

কলহে কলহে ঢালে
যমুনাৰে জল।
সণাৰে বাতিতে মাহ হালধি
ঐ ৰাম ৰূপাৰে বাতিতে তেলহে
আথাক বিথাক কৰি অলৈছে দৈৱকী
ঐ ৰাম বাপুকে ধুৰবা গৈলহে।

—+—

(১১৪)

বাপুকে ধুৰবা কলপুলি পুতিছে
ঐ ৰাম ওপাৰে হনুমান তুলিহো।
ৰাম লক্ষ্মণ ভৰত শত্রুঘন
ঐ ৰাম আহুন হৈলা চাৰি ভাইহে।
ক্রমে দেখিলন্ত পুত্রৰ মুখক
ঐ ৰাম পূৰ্ণিমাৰ চন্দ্ৰহেন জ্বলেহে।
দেখি দশৰাজাই আনন্দ কৰিলা
ঐ ৰাম সণা ৰূপা দান দিলাহে।
বস্ত্র অলঙ্কাৰে ভুষিলা ব্রাহ্মণ
ঐ ৰাম দেৱলোকে চাই ৰৈলা হে
আকাশৰে পৰা ইন্দ্ৰে পানী ঢালে
ঐ ৰাম চাইৰো ভাই আনন্দ কৰেহে।

—+—

(১১৫)

হৰি মোৰ যজ্ঞ কলগুলি
" " মাই আছে ধৰি
" " ধুৰব ধুৰব বুলি ।
" " ধুৰন্তে ধুৰন্তে
" " আয়তীক মাতন্তে
" " বেলি গেল ভাটিয়া পৰি ।
" " বেলি গেল ভাটিয়া
" " পক্ষী গেল উৰিয়া
" " কেনেকৈ ধুৰিবি আই ।
দেহি মোৰ আকাশৰে পৰা
" " ডিমা ভাঙি পৰে
" " লেচেৰি আছে জল ধাৰে বৈ
" " সেই জল ধৰি
" " মাইকে ধুৱাব
" " লেচেৰি যজ্ঞ কলৰ গুৰিত থৈ ।

—×—

(১১৬)

হালধি মাহে নিদিবা হালধি
সোণ ৰূপৰ গাৱৰহে ।
ও কিনু পৰ্বতৰ গহ্বৰত

ও কিনু আছিলি হালধি
তাৰো ডাঙৰ ডাঙৰ পাত কাৰ্যমৰ পাখি।
ও কিনু ইজৰা কাপোৰ
ও কিনু বাপুকে মুগুৱে
আৰো একজৰা লাগে কাযমৰ পাখী।
ও কিনু দাউৰি যোৱাগৈ
ও কিনু কাকেকক কোৱাগৈ
ভাইটৈলী কাচনা লাগে কাযমৰ পাখী
ও কিনু নাএ বুই থৈছে
ও কিনু সৰু সূতাৰ ধুতী
ডেৰ তোলা স্বৰ্ণৰ পাৰী কাযমৰ পাখী
ও কিনু চতুৰী মাইমেও
ও কিনু চেলাংখন বুই থৈছে
বৰপেইতা লতা তুলি কাযেমৰ পাখী।

— × —

(১১৭)

মাহ বঁটা পাটা বটাখিনি এ
হালধি বটা পাতা
একে বাপু কুন্দত কাটা
আৰো ৰ'দৰ ছাতা।
হালধি বতিছে কুনি এ

ডখ্ৰা ৰহিছে
ইছলীয়া গা পাই
পিছলি পৰিছে।

অলপ পানীতে মাছ হাঁলখি ধৰিলা
অলপ হেলচী মাছ হালধি ধৰিলা
পানী কিয় চালিলা
কাৰ কাৰণে বাপু তুমি
ইমান কষ্ট কৰিলা।

মাছ হালধি ধৰিছো
পানী কলহ চালিছো
মনৰ মতন কইনা পাবলৈ
ইমান কষ্ট কৰিছোঁ।

—+—

(১১৮)

চাকা আছে ৰাঙা পৰি এ
পেটে লাগে ভোক
ফিৰিয়া ফিৰিগা চায়
মায়েকৰ মুখ।
পাচতীয়া হালে জালে
মাই হালে কিয়,
মাইৰ দেখু মাকে আছে

গোধূলি কৰে কিয় ?
পিতালৰে কাকে
কলৰ গুৰিক আহা মাই
ধুৱাবাকে লাগে ।
একডেলি কলৰ পুলি
সৰে তুলে মাটি
কুচিৰ মধ্যে আমাৰ মাই
কোকিলৰে খাটি

—+—

(১১৯)

গা ধুই বাপু তোৰ পটুৱাতে ভৰি
তোৰ আইছে ডাঙৰ মামে, নিবো কান্দাত কৰি
গা ধই বাপুইও আলাগ নিলাগ কৰে
ঐ ৰাম কাপোৰ চিৰিবাৰ ডৰে হে
চিৰক চিৰক তোৰ লাঙোৰ কাপোৰ
ঐ ৰাম মায়ে বুই দিবা পাৰেহে ।

—×—

(১২০)

খোপা গলৰ তলত
আমাৰ মাই গা ধুৱে কলৰ তলত ।
ভেঁট ফুল হালা

আমাৰ মাই খোপাত মাৰ্ছে
চম্পা ফুলৰ মালা। খোপা
মাই বহি কৰা কি
বজেইলা বৰ আইছে
গৰুৰ গাড়ী দি। মাই --
জোন বেলি মাহ লেতেৰা
" " হালধি লেতেৰা
" " ও লান্দোৰ পানী
" " লেতেৰা মাইমেও
" " ধুৰবা লাগ্ছে
" " ও লেতেৰা পেতেৰা কৰি।

—+—

(১২১)

জোন বেলি যজ্ঞ কলৰ পুলি
" " মাই আছে ধৰি
" " ও ধুৰবো ধুৰবো বুলি।
" " মায়ে নহ্ বাছা
" " কলত ধৰি আছা
" " ও বেলি হ'ল গোধূলি ছায়া
" " মায়ে থাকিলাহৈ
" " ধুয়ে তুলিলাহৈ

জোন বেলি ও কপালত নাহিলি সাধি।
" " আগত খেৰৰ পুঁজি
" " ধুনৈৰ কলী কুঁজি
" " গাত্ৰে নেগ্‌লা মল।
" " বৌ মাছৰ ঘাৰ্‌দনা
" " খাবাৰ জুতি জানা
" " কইনাটু ধুৰবা নাজ্‌না।
কি এ নাকত খৰে খাৰা
দেখি বুঢা মুৰা
তই আই্‌ছা ভাগ নেকে নিবাহে।
কি এ নাকত খৰে খাৰা
তিৰিৰ ঠক্‌না খাৰা
তই আইছা ভাগ্‌নেকে নিবা হে।

— x —

(১২২)

দেহি মোৰ হালধি হালধি
দেহি মোৰ তই বৰ হালধি
দেহি মোৰ লেচেৰি হালধি নিদিবা গাৱে
দেহি মোৰ তোৰে খিয়েতী
দেহি মোৰ গোকুলত নধৰে
" " আহা বিয়া ঘৰে যাওঁ।

আকাশতে মাতে সখী এ
হাঁহে মুচুকাই
ক'ত বোলি ধুৰৈ বাধে
বাপুই জাবে দুখ পায়।
বুটৰ দালিৰ আঞ্জা বিলাচী ও
খাবাৰ জুতি জানা বিলাচী ও
ৰবটোক ধুৰবা নাজনা নালো
লাচ্‌কে বিলাচী তাচখেলো।

—+—

সুৰাগ তোলা আৰু সুৰাগ জাৰা নিয়ম— গা ধোৱাৰ পিছত দৰা বা কইনাক ৰভা তলত বহুৱাই থৈ আয়তী সকলে গীত-পদ গাই নৈৰ ঘাট, পুখুৰীৰ পাৰ নাইবা কোনো গৃহস্থৰ কুৱাৰ পাৰলৈ গৈ এই অনুষ্ঠানটি সমাধা কৰে। ৰভা তলত থকা কাঁহী বা সৰু কুলাখনত ধান, চাউল, মাহ আদি পঞ্চ শস্যৰ লগতে এখন কাটা তামোল, অলপ গুটি থকা কপাহৰ জোলা, কড়ি বা পইছা এটা পকা কল, এৰা সূতা, পানীৰ ঘট, এখৰাহী ধুই থোৱা আড়ৈ চাউল, এবাতি দৈ কমলা ইত্যাদি লৈ যায়। পুখুৰীৰ পাৰত কইনা হলে পুখুৰী আৰু দৰা হলে এটি সৰু দোল কৰি দোল বা পুখুৰীৰ চাৰিও ফালে খৰিকা পুতি তাত এৰা শূতা মেৰিয়াই দি এৰাসূতাৰ গাত কপাহ ওলোমাই দিব লাগে। দোল বা পুখুৰীৰ মাজত পইছা, তামোল-পান আদি দিয়াৰ পিছত লঘোণ দি থকা এগৰাকীয়ে

পুখুৰী বা দোলৰ মাটিৰ ওপৰত পূৰণ চিনৰ দৰে হাতখন দি থাকে আৰু এগৰাকীয়ে আমৰ ঠানি বা কৰচেনীৰে ( বাঁহৰ সৰু বাটনি ) হাতৰ পিঠিত কোবাই কোবাই সোধে কাৰ বিয়া ? অমুকৰ বিয়া। কি শুনিছা ? ঢোলৰ কোব ইত্যাদি। নিয়ম মতে দৰা বা কইনাৰ মাকে নদী বা পুখুৰীত ডুব মাৰি নদীৰ তলৰ মাটি আনি মূৰৰ ওপৰেৰে ঘূৰাই সুৰাগ তোলা কাঁহীখনত থব লাগে। কিছুমান ঠাইত সুৰাগ তোলাৰ পিছত দৰা বা কইনাৰ মাকে গা ধুব লাগে। লগোৱা দি থকা মানুহ এগৰাকীয়ে লগত নিয়া কলহটোত অলপ অলপকৈ তিনিবাৰ পানী তুলি খৰাহীত চাউল কেইটা পিছমুৱা কৈ চাৰিও ফালে আঁজলি আঁজলিকৈ দলিয়াই দিয়ে আৰু বাকী আইসকলে চাদৰৰ আচলেৰে সেই পৱিত্ৰ চাউল ধৰি সুৰাগ তোলা কাঁহীত থয়। বিভিন্ন ঠাট্টা-মস্কৰাৰে সুৰাগ তোলা হলে এজন সৰু লৰাই ৰাস্তাই ৰাস্তাই এটি সৰু সৰু গাত খান্দি আছি থাকে আৰু এজনী ছোৱালীয়ে বা তিৰোতাই সেই গাঁতত অলপ অলপ দৈ কমলা দি আছে। এজনীয়ে আকৌ কৰচেনী ডালেৰে সেই দৈ তুলি লৈ সুৰাগ তোলা কাঁহীত লৈ আছে। সুৰাগ তোলাতে লৈ অহা চাউলৰ কুটিমান দৰা বা কইনাক খুৱাই দিলে একো অমঙ্গল নহয় বুলি এটা লোক বিশ্বাস আছে।

(১২৩)

কি এ বহি থাকা হৰি

মনে ৰঙ্গ কৰি

আ৷ভ৷ গৈ সুৰাগ তুলিছে।
বাঙ থাকা চালা বাপু
মাটিৰ মৈলাম চাই
তোমাৰ মায়েৰ সাদধা লাগছে
ভাখ্লা দিবা যাই।
ইন্দ্ৰই বান্ছে দোল
ঘুনচাক বিযা দিয়ে
ৰথকে সাজিছে কৃষ্ণই
নিমন্ত্ৰণ পাই।
গায়ন আইছে, বায়েন আইছে
আইছে ওজাপালি
ৰঙ্গমনে আইছে কৃষ্ণই
ঘুৰচা নগৰা
দৌল বান্ধে আটি উটি
ওৰে লো গুৱাহাটিৰে
গুৱাহাটীৰ চধেৰীয়ে ওৰে
নেদে আমাক মাটিৰে।
দেউল বান্ধে আটি উটি ওৰে
দেউলত মুঠে কণাৰে।
দেউল বান্ধা তিৰিটুৰে ওৰে
কাণত নাইকা সণাৰে।

— x —

(১২৪)

বঁটা ভৰা কাটা তামোল
বিহা ভৰা পান
খাৰৈহ ভৰা চাউল আনি
জলক কৰ্লো দান।
সুৰাগ তোলা সুৰাগ তোলা এ
নাবান্ধিলা আলি,
পুখুৰী প্ৰতিষ্ঠা কৰে
নাবান্ধিলা আলি।
সুৰাগ তোলা সুৰাগ তোলা এ
আপোনাৰে আই
ভাল কৰি সুৰাগ তোলা
বিবাহকে যাই।
সাগৰৰ জলে নামে কত কালে
ঐ ৰাম সুৰাক তুলিবাক গৈলাহে
হাতজোৰ কৰি মাটি তুলি আনি
ঐ ৰাম পুখুৰী খান্দিয়া থলাহে।
দেউল নাবান্ধিবা হৰি এ
দেউ নাবান্ধিবা আলি
সণাৰ বাটা জালি কাটা
পৰে ফালি ফালি
গোসাই ও

— x —

(১২৫)

ও গান্ধীৰ ধূতী
ৰবৰ মায়েকে সুৰাগ তুলে
চাইকেলত উঠি।
ও গান্ধীৰ চলা
ৰবৰ মায়েকে সুৰাগ তোলে
চৰদিঙিৰ ঘোঁৰা।
ৰাপুথেৰ পাছৰ ফালে
ধপা টেঙাৰ শাৰী
আজি দেখু ৰবৰ মায়েকৰ
লেঙুৰ গৈইছে বাঢি।
হেৰ্ হেৰ্ ৰবৰ মায়েক
লেঙুৰ কচে থো
আজি দেখুন পুতেৰ বিয়া
আমাৰ কথা লো।

— x —

(১২৬)

আলিৰে সিপাৰে ৰবা ধান কইছিলো ও
ৰবাই খচি খচি খাই মাই আজলী ও
কইনাৰে মায়েকক ৰখিবা খেদিলু ও।
ফটিঙি গাৱতে ধাই মাই আজলী ও

চাৰ্‌দিনৰ আগৰ পৰা বায়েকক মাত্‌ছিলা
ও বাই তই মোৰ বিয়াক যাবিহে
দোলা নাই ঘোৰা নাই, ভিনে্‌হুও ঘৰত নাই
ও মই যাম কাৰ কান্ধত উঠি হে।
বাপুৰ বায়েক কেনেকে আহিলি
কুক্‌ৰৰ কান্ধত উঠি আই্‌ছা
বৰ দুখ পালি ।। বাপুৰ
পালি বৰ দুখ একো কথা নাই।
বেমাৰ আজ্ঞাৰ গুচ্‌বো তোৰ দৈ খাবা পাই।
ঢুলীয়া কালীয়া হুতচিৰি যাবা
কিও ঢোলত কুব নামাৰা কিয় হে ৰাম
স্বৰাগ জাবা তিৰি কেটাক
কিও চকু টিপঅ কিয় হে ৰাম।

—×—

(১২৭)

ঐ পৰে ধাপাং ধুপুং ও প্ৰাণ সন্যাসী ও
ও কেইটা লাগে কো প্ৰাণ সন্যাসী ও
ৰৰৰ মায়েকৰ কেইটা ভাতাৰ ও প্ৰাণ সন্যাসী ও
ও আমাৰ আগত কো প্ৰাণ সন্যাসী ও।
এটাৰ নাম হুলিৰামা, এটাৰ নাম বলি
যি ও এটা ঘৰত আছে কিও নাম কবা নোৱাৰি।

আহাৰে পানী চল্ চল্
দৰ দোপ নাযাবি
ঠিয়াই যাব তলহে
দৈহৰালে মেলি আছে গল।

— x —

(সুৱাগ জাৰা গীতঃ— সুৱাগ তুলি অহাৰ পিছত দুজনী তিৰোতাই দৰা বা কইনাৰ মূৰৰ ওপৰত উত্তৰ-দক্ষিণকৈ এখন কাপোৰ মেলি ধৰে। ইফালে পূব আৰু পশ্চিমে দুখন পীৰাৰ ওপৰত উঠি দুগৰাকী তিৰোতাই সুৱাগ তোলা কাঁহীৰ ওপৰত পঞ্চ শস্যৰ লগত দৰা বা কইনাৰ হাতৰ আঙুঠি এটা দি, বস্তুখিনি কাপোৰখনৰ ওপৰত পেলাই দিয়ে। আন এজনীয়ে সোঁফালৰ পৰা বাওঁফালে তিনিপাক ঘূৰি বস্তুখিনি পুনৰ কাঁহীত থব লাগে। এনেকৈ তিনিবাৰ বস্তু সলনা সলনি কৰাৰ পিছত সুৱাগ জাৰা কাম শেষ হয়।)

(১২০)

নাচে কুলা বুঢ়ী নাচে
ওৰে নাচে কুলা বুঢ়ী নাচে
বৰৰে মায়েকৰ
কি সাদ্ধা লাগিছে
সমাজৰ আগতে নাচে।
নাচে কুলা বুঢ়ী নাচে
ওৰে নাচে কুলা বুঢ়ী নাচে

ৰবৰে মায়েকৰ লাজো নাইকা
সমাজৰ আগতে নাচে ।
নাচে কুলা বুটী নাচে
ওৰে নাচে কুলা বুটী নাচে
নাচে কুলা বুটী দেই দলি মাৰি
বাপুই কুচ পাতি আছে ।
নাচে কুলা বুটী নাচে
ওৰে বাৰীতে বিড়ালী হাচে
ৰবৰে মায়েকটু কোন ৰাজ্যৰ জীয়াৰী
পুতেকৰ আগতে নাচে ।
ক্ষীৰ বহলো থালি থালি কৰিও
উতলি উতলি পৰে হাৰ হৰি
তলে বাহি আহা ৰাজাৰে কুমাৰ
ওপাৰে সুৱাগ জাৰে হৰি হৰি ।
সণাৰ চাৰি কড়া কড়ি
ওৰে ৰূপাৰ চাৰি কড়া কড়ি
নৰৰে মায়েকে সুৱাগ জাৰিছে
মৈৰাৰ পেখ্‌ন ধৰি ।

— x —

কইনাৰ কাপ্ৰত গোৱা গীত—

(১২৯)

গছৰে খুলুঙত ও পছুম লতা

আছিলি মাই তুই ও পদুম লতা,
গছৰ কঁহিপাত খাই পদুম লতা
ইডেলি বিৰিখত কিয় মেৰাই আছা।
পানী বাঢনে ও পদুম লতা
বাঢিলি মাই তই ও পদুম লতা,
বিবাহৰ বাতৰি পাই পদুম লতা
ইডেলি বিৰিখত কিয় মেৰাই আছা।
বিবাহৰ বাতৰি ও পদুম লতা
ৰামে দি পঠৈছে ও পদুম লতা
আছিব মটৰত উঠি পদুম লতা
ইডেলি বিৰিখত কিয় মেৰাই আছা।
ৰেলে আইছিলি ও পদুম লতা
মটৰে গৈইছিলি ও পদুম লতা
আৰো তোৰ যাবাৰে মন পদুম লতা
ইডেলি বিৰিখত কিয় মেৰাই আছা।

— x —

(১৩০)

প্ৰাণেৰ সখী আজি নগৰী সকলক কিয় মাতিছা
মাতিছু নগৰীক দেখা হৈইবা
যাওঁ আজি মই ৰাম ভজিবা।
প্ৰাণেৰ

ফুল তুলি তুলি মালা গাঁঠি
লগৰী আজি কাক পিন্ধাবা
প্ৰাণেৰ •

— x —

(১২৭)

যাবানু অললা কোক্ হে লগৰী
যাবানু অললা কোক্
ঐৰে গাছতে মোৰে বাহ্না লগে
দাদা পাৰি দিয়া খাওৰে লগৰী' ।
বৌ নিদাৰুণী পৰৰে জীয়াৰী
তাই নিছুৰ দৰদ জানে ও লগৰী'
শাছুৰি খাটিলো দাউৰ মাৰি আহিলু
আইকো নাপালু ঘৰে ও লগৰী
●জাক্ৰা নামাৰ্বি হে বুকোৰ বৌ
আমি জিৰণীযা মো ।

●জাক্ৰা— কেটেৰ্ জেঙৰ কৰা ।

— x —

(১৩২)

আমি তিনো বইনী
ৰাতিতে উঠিলো ও
পুখুৰীৰ পাৰতে

গা চিলান কৰো লগৰী ও
মাইৰ চুলি কোচা ` `
ৰামৰ ভৰি মুচা ও
শাহুকোৰ ঘৰ মুচা লেচা
নন্দেৰ বালা লগৰী ও

—+—

(১৩৩)

বুক্‌ৰে লগৰে আছা ফুল তুলিও
মনে মালা গাঁথি লোহে লগৰী
মনে মালা গাঁথি লো।
আজি আমাৰ আগত কো।
আগতে কৈছিলো হে বুকোৰ আই
দুইহ্‌ৰেতে নেদেবি বিয়া ও লগৰী
মনে মালা গাঁথি লো।
আহতে পুৰিবো, দুখানি চৰণ অ
যাওতে পুৰিবো হিয়া ও লগৰী
মনে মালা গঁাথি লো।
আগতে কৈছিলু হে বুকোৰ পিতাও
বঁাবাৰীত নিদিবি বিয়া ও লগৰী
বঁাহবাৰীত নিদিবি বিয়া।
বঁাহৰে জেকেমী মোৰ পিঠি চিঙিব ও
মোৰে কুমলীয়া হিয়া ও লগৰী

মনে মালা গাঁথি লো।

—x—

(১৩৪)

কাঠিৰে কণাৰে ফুটুকা চেঙেৰী
মাইৰ গাৰ বতাহে হালে নালো
আমাৰ মাই যেনে বৰ নাপং সেনে
মন চিলো চিলো কৰে নালো।

—x—

(১৩৫)

ঐ ফুলে চাকা চাকি
কদম ফুলে ৰাতি
আমাৰ মাইক বিয়া দিলি
লগত যাবো কুনি।
লগত যাবো হাতী ঘোঁৰা
আৰো যাবো দোলা
আমাৰ মাইৰ জাঙেক দিবো
সুবৰ্ণৰে ঘোঁৰা।
লগত যাবো ভায়ে বই্নে
আৰো যাবো কুনি
চেনেহৰে আইবে যাবো
পিঠাগুৰি খুন্দি।

—x—

(১৩৬)

কাউৰৰ ছোৱালী কাউৰে পালিলা
গাছৰে আগ শুৱেনী কৰি
আমাৰ আই বাপাই আমাকো পালিলা
পৰৰ ঘৰ শুৱেনী কৰি।

—+—

(১৩৭)

ও চৰে আলি ঢাকি পৰে
" চুটীয়া শালিকী
" পাথাৰ ঢাকি পৰে টীয়া
" চৰে অল্লি কাৰ ঘৰে।
" জাকে জাকে অলৈ
" চুঙাৰে বাতুলী
" জাকে জাকে অলৈ টীয়া
চৰে অল্লি কাৰ ঘৰে।
ও চৰে জাকে জাকে অলৈ
" মাইৰে লগৰী
" পিত্তেকৰ পুৰি যাই হিয়া
চৰে অললি কাৰ ঘৰে।
ও চৰে আইৰ বুকোৰ মাজত
ও চৰে মই ডাঙৰ হৈছিলু
" বামে নেউ নেউ কৰে

চৰে অললি কাৰ ঘৰে।
ও চৰে ৰামে লৈয়া যাবো
" পৰে কৰা খাবো
" আইনো কি ফল পাবো
চৰে অললি কাৰ ঘৰে।
ও চৰে আগতে কৈছিনু
" হে বুকোৰ আই
কি চাবা ফিৰি ফিৰি
এৰ্‌লি মাৰৰ গা।

—×—

(১৩৮)

মোৰ বুকৰ আই তুমি কলৈ গুচি যোৱা
এবাৰ'ল আমাৰ পিনে চকু মেলি চোৱা
মইনা পুহিলো আই মাতৰে নিদানে
কুলকে পুহিলো আই অবর্তা দিনতে
পক্ষী যেন বাঁহা বান্ধি উৰা মাৰি যাই
নিশ্চয়ে জানিবা আই আমিও তেনেই।
সকৰ পৰা ডাঙাৰ কৰলু
দুধে ভাতে খাই
এখেন্‌ পক্ষী উৰি যাই
বুকে ঘাৱ দি।

—×—

( ১৩৯ )

কোন দেশৰ চুটি শালকী
কোন দেশে যাবি
যুন যুন দেশক যাবি শালকী
আইকো লাগাল পাবি।
আইৰ আগত কবি শালকী
ভাত বান্ধি থবো
পিতাৰ আগত কবি শালকী
মোক নিবা আইহবো।
আইহবো আইহবো মোকো নিবা
কান্দিও যে যাবো,
মই হৈছু পৰৰ অধীন
কুনে এৰি দিবো।
দাদাৰ আগত কবি শালকী
মোকে নিবা আইহবো
নকবি নকবি শালকী
আইয়ো কান্দিবো।
এক্লা ঘৰত বিয়া দিছে
কিয় যাবা দিবো।

— × —

( ১৪০ )

মোৰ আই দুখুনী আলিলা অগনি

বুক্তে লগ্লি জুই হে।
সকৰে পৰায়ে তোক ডাঙাৰ কৰিলো
এখেন ফুনে লৈয়া যাই হে।

—×—

( ১৪১ )

কদ্দেৰ গাছতে কদ্দে নাইকা ও
কৰ নো ধৰিছে কিয়
নীলা আনন্দে ৰঙ্গিলা।
মাই আছিল আমাৰে লগত
তোক পিতে বিয়া দিলাক
মিথিলা নগৰত
মাই আছিল আমাৰে লগত।

—×—

( ১৪২ )

আমাৰ মাই বহি আছে
ফুল তুলি তুলি.
পিতেকেহে মাত্পা লাগ্ছে
ফুলেতী আই বোলি।
কিয় মাতা বুকোৰ পিতা
মনে লাগে শোক,
শিশু কালে বনবাসে
নাচং ৰামৰ মুখ।

আমাৰ মাই বহি আছে
চন্দন কাঠৰ পীৰা
দিনে দিনে কান্দ্‌বা লাগ্‌ছে
দুইহুৰেত বিয়া দিলা।
নই নেছু বিযা মাই
দিছে নাৰায়ণে
সুখ দুখ লেখি আইছা
তোমাৰ কপালে।

— x —

( ১৪০ )

নানান দুখে প্রাণেশ্বৰী পালিলো তোমাকে
নাৰক স্বামী পাই তেজিলি আমাকে।
এক লগে একে সঙ্গে আছিলো ওমলি
তামাক এৰি কলৈ যোৱা বুকোৰে লগৰী।
আই বোলি মাতিছিলা আদৰা মাতে
লৰ মাৰি বহিছিলা পিতেৰে কোলাতে
এখেন আই আমাক এৰি কলৈ গুচি যাই
হৃদয় জুৰাত আই কাৰ মুখ চাই।
সকৰে পৰা ডাঙাৰ হলো তোৰে ভাত খাই
এখেন আই চাই থাকা পৰে লৈয়া যাই।

— x —

(১৪৪)

আদা খালো তিনি চাক্লা ও মোর
জবাব খালো জিম
জন্ম দিওতে মায়ে কৈছিল ও মোর
অচিন গারত দিম।
আচন গারব পাবি টোপা ও মোর
খাইতে লাগে মিঠা।
বাইহ্বার ছমাহ্ আন্বা নাবৈ ও মোর
থাউনি নাপ্ পানী
খর্লির ছমাহ্ আন্বা নাবৈ ও মোর
ধুলা উব্ আলি
লুরা দিছো পাবি পাবি ও মোর
গাজাল দিছো মাবি
তাবে ওপ্রে চলি যাবো ও মোর
দশ্টা বাজার গাড়ী।
দশ্টা বাজার গাড়ীখেনে ও মোর
দলো দপো করে
মাই উঠা গাড়ীখেনে ও মোর
গহীন মতে চলে।

—×—

( ১৪৫ )

মোর মইনা মাই ডাক্তার হবার

মোৰ মইনা দেখিও পিতাকে
" " দেহিও নগৰে বিচাৰে বৰ
" " অশ্বমেধ যজ্ঞ ও
" " পাতিছে পিতেকে ও
" " দেহিও মাইক দান কৰিবাৰ হ'ল।
" " সকতে মাই তোক ও
" " পিতে গালি পাৰ্ছিল ও
" " দেহিও ভাখেৰীৰ একফাল্লা খাই
" " আজি হে মাই তোৰ ও
" " পিতে কান্দ্বা লাগছে ও
" " দেহাৰে এক ফাল্লা যায়।

—+—

(১৪৬)

ও চৰে কোনে আনি দিবো
" " ছুইহ্বেৰ লান্দোৰ পানী
কোনে ৰান্ধি দিবো ভাত
চৰে ·
ও চৰে বাজাৰে পৰা দাদে আহি পালি
মাই বোলি মাত দিবো কাক
চৰে ···
ও চৰে মাই বোলি মাত দিবা
" " আছে সক ভন্টী

মই হলো পৰবে জন
চৰে -
ও চৰে ওৰে গাহতে
" " মৌ বাঁহ লৈছে
" " দাদা পাৰি খাওঁ
চৰ ।
" " বেপাৰৰ টাকাইদি
" " চাদৰ কিনি দিয়া
দাদা মই শোহৰীক যাউ ।

—+—

(১৪৭)

মালতীৰে মালা মাই চিকন কালা
মাই ও চিন্তাতে শুখ্‌লা চিত ।
মায়েৰে আছিলি এহেনৰ পেহেনৰ
ও মাই পিতেৰে হিয়াৰে বিত্‌ ।
আজি যাবি এৰি, পিতেৰে আদেৰী
মাইও মায়েৰে হিয়াৰে বিত ।
তোকে কোলাত লৈ পিতে বিয়া দেই
মাইও মায়েৰে পুৰি যাই চিত ।

—×—

(১৪৮)

মজিয়াতে লুৱাৰ গেছা দুৱাৰত হুৰেৰী

বিনে বিনে কান্দবা লাগ্‌ছে মায়েকৰ আদেৰী।
নাকান্দিবি আই তই, নকৰিবি শোক
সত্যে সত্যে তিনি সত্যে দূৰত নেদু তোক
নাকান্দিবি আই তই গোলিৰ দেখি চাই
পিতেৰ যদি মৰম আছে দিবো কলী গাই
নাল্‌গে পিতা কলী গাই গোবৰ যেল্‌বা নোৰু
দিয়া যদি বাজন গৰু আৰ্জন খাবা পাৰু।
চাইনাৰ তলত বহি মাই মায়েককে মাতে
জুমু আৰো বুকৰ আই শাহুই গালি পাৰে।
চাউল দিবা চৰু দিবা, জুই দিবা বাটে
বিনা দোষে তোমাৰ শাহে কিয় গালি পাৰে।

— × —

(১৪৯)

আজিহে মাই তোৰ মলিন বদন
নাকান্দ্‌ পাৰৱতী পৰবে ধন।
মায়েৰে আছিলি আদৰৰ বেটি
তুইহ্‌ৰেত বিয়া দিলি কি হব গতি
তুইহ্‌ৰেত বিয়া দিলি আনন্তা নাই
এক্‌লা মায়েহে থাকিবো চাই।
ও দেহি সিচুপিৰ বগৰী লাগে থপা থপি
„ „ মাই প্যাৰি প্যাঁৰ খাইহে
„ „ ইচুপিৰ বগৰী লাগ্‌ক বা নালাগ ক

ও দেহি মাই শোক্ৰীকে যাইছে।

● সিচুপিৰ— সেইবাৰৰ, ইচুপিৰ— এইবাৰৰ।

— x —

( ১৫০ )

সীতা অচেতন
সপোনত বৰ পাই
হৰিষ বদন। সীত.
মোৰ প্ৰভু স্বামী ৰাম ত্ৰিভুবনীৰ নাথ
কি দোষ কৰিলো প্ৰভু দিলা বনবাস।
ভজিলো তোমাক দেৱ জনক সভাত
হৰ ধনু ভাঙি হলা জগত বিখ্যাত।
ৰথৰে ওপৰে মোক আনিলা অযোধ্যাকে
দেৱগণে বৰষিলা পুষ্প পাৰিজাতে।
পিতৃ সত্য পালিলাহা ভুগিলা নিকাৰ
ৰাৱণ বধিয়া মোক কৰিলা উদ্ধাৰ।
হে প্ৰাণেশ্বৰ ৰাম অবলাৰ পতি
জনমে জনমে হোক তোমাতে ভকতি।

— x —

(১৫১)

শিশুপাল নাপাতা জঞ্জাল
ৰুক্মিণীকে হৰি নিবা
আহিবো গোপাল।

ৰুক্মিণীয়ে বোলে মোৰ
বাৱ বাহু লৰে
কৃষ্ণ স্বামী আইহ্‌বো বোলি
মোৰ মনে ধৰে।
আহিবা আহিবো বুলি
আছু বাট চাই
নাহিলন্ত বেদ নিধি
নাহিল কানাই।
আঁচলৰে দহি কাটি
লগাই থৈছু বাতি
দ্বাৰকাৰে চিৰি কৃষ্ণই
আইহ্‌বো কুন বাতি।

—×—

( ১৫২ )

পদ্দ্‌ পুখুৰীৰ মই পানীক গৈছিলু ও
দোহাতে অটলু পুনী মাই কায়েমৰ পাখী ও
ৰঘুনাথ আহিবাৰ বাতৰি পাইছু ও
চন্দনে চতিয়াই আলি মাই কায়েমৰ
হাৰিয়া মেঘতে চন্দ্ৰই দেখা দিছে ও
কৃষ্ণই চাঁচা ঐ আলি মাই কায়েমৰে॥

অটলু— উটুৱাই দিয়া, হাৰিয়া মেঘ— কলীয়া মেঘ

—×—

নমা সজোৱা আৰু বিবাহ যাত্ৰাৰ গীত—

(১৫৩)

চাইনাৰ তলতে বাপু কত পঢ়া পুথি
জানকীৰে আজ্ঞা আই ছে যাবা লাগে উঠি।
ইচেনী বিচেনী বাপু ঘূৰণীয়া দৈ
কোকে যাৱা নাউ বাপু অত সমাজ লৈ।
মাত খিনি থানি থুনা
কাঙ্কাল খিনি সৰু,
তোমাৰ পিতে পাতি থৈছে
বজ্ৰশীলা ধেনু।
বজ্ৰশীলা ধেনু ভাঙ্গৱা
মায়ে দিছে হাক,
জনেকৰ নন্দিনী সীতাই
ভজিবো তোমাক।
আপোনাৰে চতলতে আপুনি সজাইছে
জনেকৰ নন্দিনী সীতাই বাট চাই আছে।
চত্‌লতে বহি বাপুই কণ্ঠক পঢ়া পুথি
মায়ে পিতেৰ আজ্ঞা লৈ যাবা লাগে উঠি।
পাগ্‌ৰী মাৰা পাগ্‌ৰী মাৰা
ওৰে পাগ্‌ৰী মাৰা টানি
অচিনা ৰাজ্যকে যাবা
ওৰে মুখুজিবা পানী।

—x—

(১৫৪)

মটৰখেন আহিছে, ৰাস্তাতে লগৈছে
বাপুই উঠি বাজৈ বাচীৰে
আহা সখী সবে যাউবে ।
বাচীৰ মাত শুনি, জনেকৰে জীয়াৰী
মালা লৈ আহিছে যাচি ৰে ।
মাইৰে মায়েকে চিয়াৰ দি সুধিবো
মায়েকো নানিলা লগে ৰে,
আমাৰে আইও পিতাৰে ৰান্ধেনী
মোৰ লগে আহিবো কিয় ৰে ।
বাচী— বাঁহী

—x—

( ১৫৫ )

বাপু অলল্ বিবাহকে
মায়ে মাতে ঘনে ঘনে ।
কিয় মাতা আই মোকে
মইতো অল্লু বিবাহকে ।
বাপু অলল বিবাহকে
বৌৱে মাতে ঘনে ঘনে
কিয় মাতা বৌ মোকে
মইতো অল্লু বিবাহকে ।

—x—

(১৫৬)

ৰাম অল্ছে বিয়াকে
ছাবিৰ মাজে ঘোঁৰা দাউৰে
মাতে লক্ষণকে ।
ৰাম অল্ছে বিয়াকে ।
দশৰথ ৰাজাৰ ৰাম অলছে বিয়াকে
প্ৰথম তনয় " " "
ৰূপে জিলিমিলি কৰে ৰাম অলছে বিয়াকে
সেই ৰূপ দেখি ৰাম অল্ছে বিয়াকে
সমাজৰ লোকে ৰাম অল্ছে বিয়াকে
দূৰতে প্ৰণাম কৰে ৰাম অল্ছে বিয়াকে
কৈশল্যা সুমিত্ৰা ৰাম অল্ছে বিয়াকে
মাতৃ কৈকেয়ী ৰাম অল্ছে বিয়াকে
মুখ ভৰি চুম্বন দিলাহে ৰাম অল্ছে বিয়াকে
স্বৰ্গৰ দেৱতাই ৰাম অল্ছে বিয়াকে
ৰথখান সাজিছে ৰাম অল্ছে বিয়াকে
লক্ষণে সাৰথি হলাহে ৰাম অল্ছে বিয়াকে
মিথিলা নগৰে ৰাম অল্ছে বিয়াকে
জনেকৰ জীয়াৰী ৰাম অল্ছে বিয়াকে
মালা গাঁথি আছে বৈহে ৰাম অলছে বিয়াকে
খৰকৈ যোৱাগৈ ৰাম অল্ছে বিয়াকে
প্ৰভু চিৰি ৰাম ৰাম অল্ছে বিয়াকে

আকাশৰ চন্দ্ৰকেন হৈ ৰাম অস্‌ছে বিযাকে ।

— × —

( ১৫৭ )

হৰি মোৰ ঢোলত কুৰ মাৰি

„ „ ঢোল চিৰি হৰি

„ „ পিতেকক নমস্কাৰ কৰি ।

„ „ আগতে যাব্বা গৈ

„ „ ঢুলীয়া কলীয়া

„ „ পাছতে যাব্বা ঐ হাতী

„ „ মাজতে যাব্বা গৈ

„ „ সীতা ৰাম বৰুৱা

„ „ হিলে মাৰে গাজি গাজি ।

„ „ পান কাটা দোলা

„ „ তাতো হাতী ঘোৰা

„ „ কেনেকে উঠিবো দৰা ।

„ „ সাদৰৰ ভিন্‌হে্‌কে

„ „ দোলাত তুলি দিবো

„ „ ৰাইজখেন লগতে্‌ চলা ।

„ „ আলি নাযাবা

„ „ কণ্টকে বিন্ধিবো

„ „ পাথাৰে নাযাবা ভেকা

„ „ গাৱৰ মাজে যাবা

হৰি মোৰ গা ঘেলে দিবা
„ „ নজৰ লাগিব চাবা।
„ „ আলি নাযাবা
„ „ বালি বিন্ধিব
„ „ পাথাৰে নাযাবা ভেকা
„ „ দোলাই দি, যাবা
„ „ ফিন্তু হেন দেখিব
„ „ বাযেনথেৰ আজলা ডেকা
„ „ সুতৰৰ ঘৰৰে
„ „ মাকোঁ হৰি হৰি
„ „ সুতৰৰ ঘৰৰে মাকোঁ
„ „ ভয় নকৰিবা
„ „ আমাৰ চটো বাপু
„ „ লগতে অলৈছু ডাকু।

ভেকা— বোকা।

—+—

( ১৫৮ )

কি চাবা অলে অলে
কলৰ তলে তলে,
আমাৰ বাপুই যাবা লাগ্ছে
গা ঘেলে ঘেলে।
কি চাবা অলে অলে

কান্ধত চেলাং লৈ
আমাৰ বাপুই যাবা লাগ্‌ছে
সূৰ্য্যৰ সমান হৈ।
কি লবে কি চবে
হাৰৰ গুদাম লবে
আমাৰ বাপুক কি চাইবি
ৰূপে জিল্‌মিল্‌ কৰে।
কি চাবা অলে অলে
বেৰা কাষৰীয়া
আমাৰ বাপুই যাবা লাগ্‌ছে
পেখন ধৰিযা।

—×—

(১৫৯)

বনে যাই ৰাম্‌ মন দুখে
কৌশল্যা সুমিত্ৰা মাৱ
কান্দিছে দীৰ্ঘৰাৱ
কৈকেয়ীৰ বচনে ৰামে
যাবা অল্‌লাক বনকে।
কাক লগি কাটিলো পাত
কাক লগি ৰান্ধিলো ভাত
কাক লগি কাটিলো চিৰিফল
যাবা অল্‌লাক বনকে

বন্দে॥ ॥

— x —

(১৬০)

তাৰাৰে মাজৰে তাৰাৰে গাজলা
কাটেৰী জিশকে ডাবে ৰে।
জিল্ কি আইছ বা লাগছে
ন নৌকাখনি,
জিল্ কি আইছ্ বা লাগ্ছে নীলৰে
জিল্ কি আইছ বা লাগ্ছে
আমাৰ নাউ বাপু
ইস্ত্ৰেৰি কাপোৰৰ চিনৰে।
কোবাত বাজে ৰিণ্ ৰিণু
কোবাত বাজে বেণু
আকাশত ডুম্ডুমী বাজৈ
আছে ৰাম কাণু।
সকল ফুলে ফুলি আছে
নাই ফুলা ঘাম্বক
আকাশতে চিৰি কৃষ্ণই
বাজৈছে ডম্বৰু।

— x —

( ১৬১ )

ও ৰে বকৰা আছি মাৰি পালা ও

ও ৰে বকয়া  কীৰ্ত্তন ঘৰৰ চ'ৰা ও
"  "  তাতে নাগেশ্বৰৰ খুটা
"  "  ৰাম লেখিছে ও
"  "  লক্ষণ লেখিছে ও
"  "  মাজতে লেখিছে সীতা ।
"  "  পশ্চিমৰ খুটাতে ও
"  গুৰুজন লেখিছে ও
"  "  চাই থাকিবাৰে ইচ্ছা ।
আগমুখে চাৰা বাপু
আগত কীৰ্ত্তন ঘৰ
তলমূৰকে সেৱা কৰ্‌লি
গহে দিবো বৰ ।

— x —

( ১৬২ )

কিয়নো ফুলিলি বাপা এনে উলাহত
মই যে ফুলিছো আই
মনৰে বেগত আই, মনৰে বেগত
ইন্দ্ৰদ্যুম্নে বান্ধ্‌ছে দৌল
ঘুন্‌চাক বিয়া দেই
নিমন্ত্ৰণ পাই বাপুই
ৰথকে সাজাই ।
গায়েন যাবো, বায়েন যাবো

যাবো খেলি কৰি
ৰঙ্গমনে বাপুই যাবো
গাহ্‌ন বাজন কৰি
বাপুই গাহ্‌ন বাজন কৰি ।

—+—

( ১৬৩ )

ৰথ সাৰথি ঘোঁৰা সাজে
নানান ৰূপে বাদ্য বাজে
মুনিগণে কৰে জয় ধ্বনিহে ।

(১৬৪)

ও হৰি এ কোহোকে অললি ৰাম
মমবাতিৰ পোহৰত
সূৰুজ হেন জ্বলিছে
গৰাইদি বৈ যায় ঘাম।
("কৃষ্ণ ৰূপে দৈৱকীত ভৈলা অৱতাৰ" পদটোৰে গাব পাৰি )

—×—

( ১৬৫ )

হৰি মোৰ ঢোলত কুব মাৰি
ওলাল চিৰি হৰি
ৰাইজকে নমস্কাৰ কৰিছে ৰাম।
আগে সেৱা কৰে

পিতৃ মাতৃকে
পাছে সেৱা কৰে ৰাইজ কছে ৰাম।
আয়তী সকলে
আশীৰ্ব্বাদ কৰিছে
আনাগৈ ৰুক্মিণীক হৰি হে ৰাম।
অলেকেনে বাপু তুমি
মাৰি যাবা খুটি
যত যেনি লেঠা আছে
যাবো পানী উঠি।

— x —

( ১৬৬ )

ও নিলো শুমুত্‌কে অললা ও
" " বাপু চিৰি হৰি ও
মাযেকে নমস্কাৰ কৰি নিলো বকসি ও
ও নিলো খাবাৰ চাৰি খৰছ ও
" " লগতে নললা ও
বিবাহত পুৱাব ৰাতি নিলো বক্‌সি ও
ও নিলো— ভুখো লাগবো ও
" " পিয়াহো লাগিবো ও
পানী খুজি খাবা কাক নিলো বকসি ও
ও নিলো— গাখীৰ মুগৰ গাজা ও
" " মাযে বান্ধি লৈছে ও

তাৰে এক মুঠি খাবা নিলো বক্সি ও।
ও নিলো বাটত লাগাল পাই ও
" " শৌহ্ৰে চুমা খাই ও
বাপা তই এলেপেচ্ মাৰা নিলো বক্সি ও
ও নিলো এলেপেচ্ মাৰিবা ও
" " বিয়াতে বহিবা ও
বি, এ পাছ কইনাকে পাবা নিলো বক্সি ও
ও নিলো যাবিতো যাবিতো ও
" " কলবাৰী পাবিতো ও
তাতে নাকাৰ্টিব পাত নিলো বক্সি ও।
ও নিলো শৌহ্ৰেথৰ জাঙলাত ও
" " অইন মাত নোধৰ বি ও
জানা তই ইংৰাজী মাত নিলো বক্সি ও
ও নিলো দাউৰি নাযবা ও
" " হাউৰি নাযবা ও
উজুটিত চিঁঙৰো ভবি নিলো বক্সি ও
ও নিলো মামাৰে পাগুৰী ও
" " নিয়াৰে জিকাব ও
খুড়শালে ধুৰব ভৰি নিলো বক্সি ও।
নিলো গাহুত কলা জামা ও
" " কাণে বাঙী সণা ও
দ্বাৰকাৰ কৃষ্ণ যেন দেখি নিলো বক্সি ও।

ও নিলো দ্বাৰকাৰে কৃষ্ণ ও
,, ,, কইনা বৰ লুভীয়া ও
বাৰ্ত্তা পাই আহিছে যাচি নিলো বক্‌সি ও।
ও নিলো হাতৰে আঙুলি ও
,, ,, লিহিৰা লিহিৰি ও
ভৰিৰে আঙুলি ঘন নিলো বক্‌সি ও
ও নিলো আবেৰী যশোদাই ও
,, ,, কি পুত্ৰ সাজিছে ও
চাই থাকিবাৰে মন নিলো বক্‌সি ও।
ও নিলো টাকাকে চেৰিঐ ও
,, ,, আঁজুলি আঁজুলি ও
কড়ীকে চেৰিঐ ডুলি নিলো বক্‌সি ও।
ও নিলো পিত্তলৰ থালীতে ও
,, ,, মায়ে ধান বঢ়িছে ও
খাগৰা খৰিৰে জাল নিলো বক্‌সি ও।
ও নিলো খাগৰা খৰিকে ও
,, ,, খৰি মুবুলিবা ও
তৰাপ[২] পুৰে নিলো বক্‌সি ও
ও নিলো আমাৰ বাপুকে ও
,, ,, আজলা নবোল্‌বা ও
দেউ দি চেৰবা পাৰে নিলো বক্‌সি ও।
ও নিলো বৌ মাম নয়নে ও

ও নিলো ঘোৰা যায় গমনে ও
বাপু যায় বিবাহৰ মনে নিলো বক্‌সি ও।
ও নিলো ইটো দভগ ৰাতি ও
" " মায়ে ঐলে দেই ও
সীতা মাগনীয়া কৰি নিলো বক্‌সি ও।
ও নিলো অতো জুমা জুমি ও
" " ততো জুমা জুমি ও
বাপুকে চাইবাক লগি নিলো বক্‌সি ও
ও নিলো একে অপেশ্বৰা ও
" " সণাৰ গিলিপ মাৰা ও
কালিহে চাইবা পাৰা নিলো বক্‌সি ও।
ও নিলো মাল্লাই জলো মলো ও
" " কথাই চলো ভলো ও
অতক মালা পালি ক'ত নিলো বক্‌সি ও
ও নিলো অতক মালা পালি ও
" " শোহ্‌ৰেথেৰ জাঙ্‌লাত ও
লোক লৈ বহিবি ক'ত নিলো বক্‌সি ও।

● বক্‌সি— এটা উপাধি। এলেপেচ— এম, এ পাছৰ অপভ্ৰংশ ৰূপ। গুমুত্‌কে— তভাতৈয়াকৈ, লৰালৰি কৰি

— x —

(১৬৭)

হৰি মোৰ ৰাংজে উৰিছে

হৰি মোৰ ৰাইজ বৰ কাপোৰ
"  "  বাপুৰে উৰিছে তাৰ
"  "  ভাৰৰে ভিতাৰে
"  "  চাৰা ৰাইজ সকল
"  "  তিয়াহৰ জাপি হেন গাৰ ।

—+—

(১৬৮)

ৰাপুৰ বিবাহে আগমণ
যতমানে লোক আছে
কৰে নিমন্ত্ৰণ ॥ বাপুৰ ।
( পুখুৰীৰে পাৰে পাৰে পদটো দি গাব পাৰি )

—×—

(১৬৯)

আমি দোভাই অলং বনকে
সীতা অলল লগতে
কৈকেয়ীৰ বচনে ৰাজ্য
দেই ভৰতকে । আমি । -
('কৃষ্ণ ৰূপ দৈৱকীত'— জাতীয় পদ দি দীঘলকৈ
গাব পাৰি ।)

—×—

(১৭০)

ৰাম বনেৰে

সীতাৰ নিমিত্তে ৰাম
যুদ্ধ লাগিছে। ৰাম বনেৰে।

— × —

( ১৭১ )

সীতাৰ স্বয়ম্বৰে ৰাম চন্দ্ৰ যাই
ধেনু ৰাখি সীতাই ভাছে বাট চাই।
ধেনু ভাঙিবলৈ ৰাম গাবো লৰি
কাইলৈ ৰাম চন্দ্ৰই আহিবো ঘূৰি।
কৈকেয়ীৰ বচন ৰাম বনে যায়
বিলাপ কৰিয়া কান্দে কৌশল্যা আই
কৌশল্যা আইক কান্দিবা নৈৰলা
দশৰথ পিতাই মোৰ ঢলি পৰিলা।
ৰাম লক্ষ্মণ থাকিল গৈ বনে।
ও বাপু লক্ষ্মণ তোমাক দাদে মাতে
শীঘ্ৰে চলি যাৱা কিবা বিপদে।
লক্ষণে ধেনু লৈ তিনি আঁক দিলে
আঁকৰ বাহিৰ হৈ নাযবা অকলে।
মায়াবী ৰাক্ষকে মায়া ধৰিলে
বুঢা বামুণ হৈ ভিক্ষা মাগিলে।
এমুঠি ভিক্ষা দিয়া দযাৰে আই
আজি তিনি দিনে অন্ন খাৱা নাই।
উত্তাৰৰে পৰ সীতাই ভিক্ষা দিলে

মায়াবী ৰাৱণে ভিক্ষা নললে ।
তিনি আঁক পাৰ হৈ সীতাই ভিক্ষা দিলে
থাপ্ মাৰি ৰাৱণে ৰথত তুলিলে ।
প্ৰাণৰ স্বামী বুলি সীতাই কান্দি যাই
বনৰ মাজত সীতাক মাতন্তা নাই ।

— x —

( ১৭২ )

শৌহ্ৰেথেৰ জাঙ্লা পকিছে কমলা
লো বাপু ভাল ভাল বাচিৰে ।
কমলা চিঙতে, আঙ্ঠিটু হৰালাক
লো বাপু বৰগিৰেক সাধিৰে ।
শৌহ্ৰেথেৰ জাঙ্লা পকিছে কমলা
লো বাপু ভাল ভাল বাচিৰে
কমলা বিচ্ৰতে হাৰডেল হৰলাক
লো বাপু খুৰ্শালেক সাধিৰে ।
আহাহে চম্পা নাগেশ্বৰ
কি চাইবি শৌহ্ৰেথেৰ্
জালিকাটা ঘৰত
ভাৰে পৰা হাতজোৰ কৰ ।
কি কৰা কইনাৰ মায়েক চিন্তাৰত
জাণে [illegible] প্ৰাণাক নিয়াৰত
চান্দ সূতাৰ চেলেখনি

নিযাৰে ভিজ্‌লাক গটেখিনি ।

— x —

( ১৭৩ )

আইচা ৰাম পাগা লৈ উকৰাই
গোঁহাইৰ চন্দল পাই
পাখা থৈ ফিৰাইলা ৰাম ।
বনে বনে যাই কৃষ্ণই বনৰ মালা গাঁথি
পদূলিতে পদূলিতে আছা ধেনু ৰাখি ।
হাতে ধনু, মুখে বেণু মাথে মৈৰাৰ পাখী
পাদূলিতে পদূলিতে আছা ধেনু ৰাখি ।
লোকৰ বাচা ডাঙৰ দীঘাল, আমাৰ বাচা সৰু
বাঘ সিংহে যুদ্ধ কৰে তাতে চাৰে গৰু ।

— x —

দৰা বৰি নিয়া গীত— ( দৰা আহি কইনাৰ পদূলিমুখ পালে কন্যা দাতাই এখন ডাঙৰ শৰাই বা বঁটাত আঙঠি, বৰ কাপোৰ ধুতি, অনাকটা গামোছা, গেঞ্জী, ৰুমাল আদি ৭ খন, ৫ খন বা তিনিখন কাপোৰৰ ওপৰত এডাল ফুলৰ বা তুলসীৰ মালা এগছি ঘিউৰ চাকি জ্বলাই, দৰাৰ কপালত চন্দনৰ ফোঁট দি চোৰৰ নাইবা খুঁত নথকা পানেৰে বৰি আনিব লাগে। উল্লেখযোগ্য যে দৰা আহি কইনা ঘৰৰ পদূলিমুখ পালেই দৰাক বৰুণ গছৰ পীৰাৰ ওপৰত থিয় কৰলৈ দি কইনাৰ সৰু ভায়েক বা ভনীয়েকে দৰাৰ ভৰিত কল, পিঠা গুৰ আৰু দৈ গাখীৰেৰে প্ৰস্তুত কৰা 'দৈ কল্‌লা

দিয়াৰ পিছত কাঁহ বা পিতলৰ ঘটিত পানী লৈ দৰাৰ ভৰি ধুৱাই দিব লাগে।) বৰপেটা জিলাৰ বৰনগৰৰ লোকাচাৰ অনুসৰি দৰা কইনা উভয় পক্ষই পদূলিৰ মুখতে পান-তামোল সাল-সলনি কৰে।

( ১৭৪ )

চৈৰে উপাৰে চৈ হৰি, হৰি ও,
চৈৰে উপাৰে চৈ নালো,
চৈ গুছে দিয়া জাঙেক বৰি নিয়া
ছকুৰি গায়েন বাযেন নালো।
মিঠে নাখৈ মিঠা বুলি
ও মোৰ গাখীৰ নাখৈ দৈ
ৰামৰ ভাযেক লক্ষণ আইছে
ও মোৰ বৰি আনা যাই।
জাঙলাৰ নাগেশ্বৰ
আহিছে ছোট বৰ
ঘিলা খেলিবৰ মনেহে
ও দেহি নিযা আগবাটি
চাতি বন্তি লগেহে ।
হাতীৰ পৰা নামি
কাঠিতে বহিবি,
ঘিলা চামতীয়া পীৰা।
ভৰিত তালি মাৰি,
চিকন কইনা নিবি

বাপু তোৰ কপালৰ ৰাহি ॥
কোৰাত বাজে ৰিণ্ ৰিণু
কোৰাত বাজে বেণু
আকাশে ডুম ডুমী বাজে
আহে ৰাম বাপু ।

— x —

( ১৭৭ )

কি, এ, বামুণ আহিছ আগে
ও বতৰা সুধো পাছে
বৰুণ কি দূৰত আছে হে ।
জিল্‌কি জিল্‌কি আছে জিল্‌কি দানা মণি
ঐ ৰাম জিল্‌কি জিল্‌কি আহে নীল হে,
জিল্‌কি আইছ্‌বা লাগ্‌ছে, অচিন গাৱা বাপু
ঐ ৰাম মাথাৰে মালা ডেল চিনছে
সীতাই বোলে আই মোৰ
বাৰ বাছু লবে
অযোধ্যাৰে ৰাম চন্দ্ৰই
আইছ্‌বাৰ মনে ধৰে ।
এ— ওৰে শৌহ্‌ৰেৰ চঁৰা
জাপি কাতি শৰা
শৌহ্‌ৰে মালা দেই ধৰা হৈছে তপাজ

— x — চাৱা চেক চকৰা

(১৭৬)

এ ৰবি আনি বইহ্‌বা দিলাক
বৰুণৰে পীৰাহে
হালা গাছৰ ফালা পীৰা
বহিছে বৰুৱা বে ।

এ কি পুজে গহে পুজে
ৰঙিয়াল কলি
নৰসিংহ ৰূপ ধৰি
বহিছে আপুনি ।

এ মুৰ হালে কিয় বাপুৰ
মালাৰ ভৰতে
হালিয়া জালিয়া পৰে
চায়েনাৰ তলতে ।

এ গল হালে কিয় বাপুৰ
হাৰৰ ভৰতে
হালিয়া জালিয়া পৰে
চায়েনাৰ তলতে ।
এ গাৱ হালে কিয় বাপুৰ
চোলাৰে ভৰতে
হালিয়া জালিয়া পৰে
বামুণৰ কাষতে ।
এ হাত হালে কিয় বাপুৰ

দাপনীৰে ভৰতে
হালিয়া জালিয়া পৰে
মাইৰে কাষতে ।

— x —

(১৭৭)

টেকেলিৰে গলে গলে
ৰঙিয়ালৰ মালা ৰে
আহিছে প্ৰেমেৰ বৰ থোগাৰে ।
বৰি আনি পাৰি দিলা
বৰুণৰে পীৰাৰে
আহিছে ।

● থোগা— ধুনীয়া ।

—+—

কৰা বৰণৰ গীতঃ— ( উৰুগাঁৰ গীত )

( ১৭৮ )

ও পকা কাপাহ্‌ৰে তুলা
ডাল্‌কে বহিবি দাঁতেনী মুৰা ও
শোহ্‌ৰেথেৰ গাজাল মাৰা পীৰা ।
ও পকা কাপাহৰে, তুলা
ডালকে বহিবি দাঁতেনী মুৰা ও
শোহ্‌ৰেথে্‌ৰ চন্দন কাঠৰ পীৰা ।
আহি মাৰি পালি হোমৰ সভাখনি
বহি মাৰি পালি কাঁহী কে ৰাম ।

উচৰ্গাতে পালি জাম্বৱতী কইনা
বাপু তোৰ কপালৰ ৰাহিছে ৰাম।
জনক ৰাজাৰ ঘৰে আজি
কৰে কন্যা দান
ধনেৰে বান্ধিছে দৌল
পৰ্বতৰ সমান।

—x—

(১৭৯)

কিনো ভাগ্যৱতী সুভদ্ৰা সুন্দৰী
অৰ্জুনকে পালা বৰহে
বৰক দিলা বৰ কাপোৰ
কইনাক দিয়া শাৰী হে
ভাল ভাল তামা কাহা
আৰো দিলা ঝাৰীহে।
এ অৰ্জুন মহাৰথি ৰথে গৈলা চলি
সুভদ্ৰাক লৈ যায় হৰি হে।
তামা দিলা কাঁহা দিলা
পিতলৰে লটাহে
তেওঁ জাঙে দিবা খুজে
জনমৰে খটা হে।
কালি পুৱাই ঐলে দিম মই
সাত সেইৰা লটাহে।

সুভদ্ৰা সুন্দৰী কইনা নাই নগৰোত্
অৰ্জুন নামে বৰ আছে পাণ্ডৱৰ ঘৰোত্
তামা দিলা কাঁহা দিলা
আৰো দিলা পান হে
লাখ টেইকা বেটি দিলোঁ
জাণ্ডেৰ অপমান।
আদা কলো শাৰী শাৰী
তাৰো মাজে পান,
হেঙুলীয়া পীৰাত উঠি
বৰে মাগে দান।

—×—

(১৮০)

আহিলোৰে, লাল বিলান কৰি বহিলোৰে
( পুখুৰীৰ পাৰে... জাতীয় পদ দি গাব পাৰি )

● লাল বিলান— লাহ বিলাহৰ অপভ্ৰংশ ৰূপ।

—×—

(১৮১)

দেশেৰ গোবিন্দ ৰাম, ওৰে আহিলি নগৰে
শোহ্ৰেৰ দলিছা পাই বহিলি চোতালে।
সণা ৰূপাৰ পীৰা, তাতে চাৰি খুৰা
দেহি ও দেহি বহিছে সণাৰ চেকুৰাহে।
ৰৰ কলহ কৰলু দান

তেওঁ জাঙেৰ অপমান এ
এ লৈ জাঙে হাত পাতি
থো জাঙে থাক পাতি
পুৰা নিবি ভাৰ বান্ধি এ।
এ হাৰ পানী জুৰ পানী
কোম্পানী মহাৰাণী এ।

—+—

(১৮২)

মাইৰে দাদেকে ডাবৰ দান কৰিছে এ
এ তাতো লেখিছে কি গোপী দ্বাৰকা এ
এ ,, ,, বাঘ ভালুক্ এ
এ বিয়াৰ মানুহ ধৰি খাই গোপী দ্বাৰকা এ
এ মাইৰে দাদেকে কলহ দান কৰিছে এ
এ তাতো লেখিছে কি গোপী দ্বাৰকা এ
এ ,, ,, ছয়কুৰি চিপাহী এ
বিয়াৰ মানুহ ধৰি নেই গোপী দ্বাৰকা এ।
মাইৰে মামেকে কাঁহী দান কৰিছে এ
এ তাতো লেখিছে কি গোপী দ্বাৰকা এ
এ ,, দাংকাটি ছাগেলী এ
এ চায়নাৰ কলৰ পোলী খাই গোপী দ্বাৰকা এ
এ মাইৰে দাদেকে লতা দান কৰিছে এ
এ তাতো লেখিছে কি গোপী দ্বাৰকা এ

এ তাতো লেখিছে কবীয়া মবীয়া এ
এ পেখম ধৰি ধৰি যাই গোপী দ্বাৰকা এ।
এ মাইবে মায়েকে কাপোৰ দান কৰিছে এ
এ তাৰো ভিতাৰে পাঁজী গোপী দ্বাৰকা এ
এ বাপুই উঠি বলে সেই কাপোৰ নালাগে এ
এ শাহুত্‌কে আমাৰ আই কাজী গোপী দ্বাৰকা এ
কইনা চাপ্‌ৰা চুচুৰে পছলা
কৃষ্ণ ৰুকুণীৰ বিয়াহে।

— x —

(১৮৩)

হোম পত্তা গীত—

চালৰে খৰিকা টানি আনিলা
জিল্‌মিল নাগেশ্বৰ মাটিকে জুখিলাহো
বাৰীৰে পছলা আনি
হোমকে জুৰিলা হো
যজ্ঞ পাত্তা যজ্ঞ পাত্তা
নাপাত্তা বিঘিনিহো
বৰোপেৰ বাৰীৰে মিঠা আম এজুপি
ভাৰতকে নানিলা কিয় হো।

— x —

(১৮৪)

কাচা আমৰ ঠানী বামুণে পুৰে

মণিৰাজ কুন্নাৰে দময়ন্তীক হৰে
চাই আছে পিতেকে ৰাখিবা মৰে[২]।
কইনাথেৰ ৰামুণে, ৰবোথেৰ ৰামুণে
কিও কেহেনি ৰাম চিলি সখিহে ৰাম।
বিহা বিহি কৰি হোমত জুই নেদা,
কিও থৈছা সণামুৱাক ৰাখিহে ৰাম।

—×—

( ১৮৫ )

হোমত পূণ্য দিওঁৰে
ব্ৰহ্মা ৰূপ ধৰি,
বিষ্ণু ৰূপ ধৰি
উঠিছে অগনি কুৰা
দলো দপো কৰি।
বিশ্বামিত্ৰই বলে ৰাজাও
ৰাম কেনে সৰু[২]
ৰতাহতে হালি পৰে
হৰেৰ ডম্বৰু।

—×—

হোমৰ গুৰিতে কইনা উলিয়াই অনা গীত—

( ১৮৬ )

ও কুলেশ্বৰী অলে আহ লগৰী
মায়েৰে মৰম চাৰি হে,
কেনকে যাওঁ লগৰী, আইৰ মৰম চাৰি

বুকতে অগনি, জ্বালি হে।
ও ফুলেশ্বৰী অলে আহ লগৰী
( কইনাৰ সম্বন্ধীয় বিভিন্নজনৰ কথা বৰ্ণাই দীঘলকৈ গাব পাৰি। )

—x—

( ১৮৭ )

জয় এ চতলৰ আগতে
" " চাবুক ধৰা বেৰা
" " ঘৰতে ৰূপেহী তাৰা।
" " ৰূপেহী তাৰাকে
" " ঐলে আন্‌বা নৰে
" " দাদেকক খাটৈনি ধৰা।

( ১৮৮ )

চায়ন'ৰ তলতে ৰা'ম মাতে
আহা হ জানকী মোৰ কাষে।
আহা হ জানকী তুযো লগ হও
তুযো'ৰ মুখকে তুয়োয়ে চাউ।
দেখিতে জানকীৰ চন্দ্ৰ মুখ
জুৰাই'লা জানকী ৰামৰে বুক।

—x—

(১৮৯)

বাপু থগেশ্বৰ অলৈছে থগেশ্বৰী

কাপোৰ দাঙি ধৰ।
বাপু ...
বাপু ধনেশ্বৰ অলৈছে ধনেশ্বৰী
কাপোৰ দাঙি ধৰ। বাপু..
বাপু দুলালী
অলৈছে খগেশ্বৰী
মন ভুলালি।
বাপু দুলালী।

—×—

(১৯০)

আহাহে কলপাত থুৰি
ককুণী অলৈছে ধেনু ভাজ ধৰিছে
ৰাৱণে হৰি নিযো বুলি।
আহাহে কলপাত বেখা
ককুণী নলৈ যেনি মুণ্ডৈ সভা হে
ও হৰি ৰাম।

—×—

(১৯১)

আজিহে মাই তোৰ
মায়ে কান্দবা লাগছে
চেন্নাহৰ কাকেও আঁৰ কাপোৰ টানিছে।
আঁৰ কাপোৰৰ ভিতাৰে ছয় গণ্ডা বগৰী

ভালকে বহিবি ৰামৰে কাষাৰি ।
ৰামৰে কাষাৰন্ত সীতাই গেল বাগৰি
ৰামে হাত পাতি ধৰে বালা ইংৰাজী ।

—×—

(১৯২)

মাই অবলা ও
নবহিবা তলে বালা মাটি
তোমাৰ শৌহ্‌ৰে আনি দিবো
কাযেম ৰাঙা পাটী । মাই
মাই অবলা ও
নাযাবি তই ৰামৰে লগতে
মহিৎ ৰাৱণ বৰ চুৰি
হৰি নিবো তোকে । মাই...
হনুমন্ত ভালমতে থাকিবা হুৱাৰী
মহিৎ ৰাৱণ বৰ চুৰি
লৈ যাবো পাতালে হৰি ।
মাই অবলা

—+—

(১৯৩)

ও চানা মাই নজৰে
আমাৰ নাউ মাই
এক্কাবতে অলে ।

অলেকে চানা মাই
বৰটুকে সুধিলা
মুৰলীৰ কেইটামান পাহি ।
পাঠশেইলা বৰে
একো কবা নৰে
মুখ চাই তুলিলা হাঁহি ।
অলেকে নাউমাই
বৰটুক সুধিলা
তোমাৰনু কি জাত কুল ।
পাঠশেইলা বৰে একো কবা নৰে
চাই থাকে মেখেলাৰ ফুল ।

— x —

(১৯৪)

আঁৰ কাপোৰৰ ভিতৰে দময়ন্তী কইনা
নাচাৰে স্বামীৰে মুখ
নাচাৰা কৰিয়েই আল্ চাউল চিতাৰে
দৰাৰ মনে বৰ দুখ ।

( ওৰণিৰ আঁৰত কইনাৰ মুখখন লুকাই থকা বাবে দৰাঘৰৰ বিভিন্নজনৰ কথা কৈ গীতটো দীঘলকৈ গোৱা হয় । )

— x —

( ১৯৫ )

কান্দে গোসানী এ

জনেন্দৰ জীয়াৰী ৰামৰ ঘোকণী এ
( ৰামায়ণৰ পদ দি দীঘলকৈ গাব পাৰি। )

লগুণ গাঠি দিয়া গীত—

(১৯৬)

সাঙুৰ্ বি সাঙুৰ্ বি ভালকে সাঙুৰ্ বি
কি ও গন্ধেশ্বৰ পকা ধান খাই হে ৰাম।
সাঙুৰ্ বি সাঙুৰ্ বি ভালকে সাঙুৰ বি
কি ও বৰ কইনাই পকা ধান খাই এ
লগুণ গাঠি বান্ধি দিয়া
বৰ কইনাক সাঙেৰি
লগুণ গাঠি বান্ধৰা নাজনা
ভাল মানুহৰ জীয়েৰী।

— x --

আখৈ তোলা গীতঃ—

(১৯৭)

আখৈ তুলি দিয়া, আখৈ তুলি দিয়া
তই বৰ সদৰৰ ভাইহে ৰাম।
আজিৰে পৰায়ে, আখৈ তুলি দিয়া
সম্বন্ধ চিঙিযা যাইহে ৰাম।
সণামুৱাই আখৈ তোলে
কি ও ৰূপায়ুৱাৰ বিয়াহে ৰাম
মুঠি মুঠি আখৈ আনি

কি ও ধৰ্ম কৰি দিযাছে বাম।
ইমান ডাঙাৰ বৰে
কইনা নিবা নবে
বামুণৰ লেংটিতে ধৰেছে।
আমাৰ মাইৰ আচলতে
মলা তাম্‌খু আছে
তাকে খাবা পাই বাপুই
ফুৰে পাছে পাছে।

—×—

( ১৯৮ )

কুশ চিঙা বা টিক্‌ ধৰা গীতঃ—

হে টিক্‌ ধৰা টিক্‌ ধৰা
টিকৰ মূৰত কি এ
হে টিকৰ মূৰত হাঁতী ঘোঁৰা
শুঁৰত ধৰি নিছে।
টিক্‌ ধৰা টিক্‌ ধৰা
টিকৰ মূৰত কি এ
টিক্‌ৰ মূৰত সণাৰ আঙুঠি
জাঙেক দিবা নিছে।
টিক্‌ ধৰা টিক্‌ ধৰা
চিকণ কলীয়া
কুশ কাটি বলোভত্ৰই

গোত্ৰ চিঙি দিলা ।
ফুলে পাতে পৰি আছে
চায়েনাৰ তলতে
দিলো আই কুশ কাটি
ৰামৰে লগতে ।

—x—

(বিয়াৰ ৰাতি কইনাৰ খোপাৰ বাওঁফালে দীঘলকৈ গুঠি ৰখা বেণীৰ লগত এডাল কুশ বনেৰে দৰাৰ চুলিৰ লগত সংযোগ কৰি, সংযোগ স্থলত অন্নৰ প্ৰতীক ধানৰ শিহ, বস্ত্ৰৰ প্ৰতীক পাঁজী, ধৈৰ্য্য বা সংযমৰ প্ৰতীক শিল, অমৃতৰ প্ৰতীক এটি কুশ বনৰ ত্ৰৈপাত্ৰ, সোণৰ আঙুঠি নাইবা টকা এটি দি টিকৰ চুলি বন্ধাৰ পিচত দৰা আৰু কইনা উভয় পক্ষই উচৰ্গা কৰা সামগ্ৰী সমূহ চুলিৰ সংযোগ স্থানত স্পৰ্শ কৰাই পুৰোহিতে মন্ত্ৰ মাতে ।)

—x—

পুৰোহিতক খিচা গীত—

(১৯৯)

বামুণ আতা দীঘল পেটা
উলটে মাৰা ভূনী হে ৰাম
খাটা খুটা তিৰি আনছা
ঐ ৰাম ভূনী বুবো কুনি হে ৰাম ।
বামুণ আতাই বাক্য বলে
মাজে মাজে এৰে

ঘৰত আছে গাজী খাইতি
তাইকো মনত পৰে।
তামোলৰ ঢকুৱা বামুণটু খকুৱা
কি খাউ কি নাখং কৰেছে ৰাম
নদীৰ পাৰৰ পৰা কচুৰ পেটা আনি
বামুণে ভোজন কৰেছে ৰাম।
ঐ ৰাম আমাৰ বাম পোৰ ্লি কোচা
মহাৰাণী দিছেহে
ঐ ৰাম তাহাৰ বাম্পোৰ চুলি কচা
ইন্‌ৰে কাটি নিছেহে।
ঐ ৰাম আমাৰ বামুণ বহি আছে
উমোলি-জুমোলি হে
তাহাৰ বামুণ বহি আছে
ফুট্‌খাৰৰ টেকেলিহে।
● ইন্‌ৰে— এন্দৰে

—×—

(২০০)

আমাৰ বামুণ হ যদি
আমাৰ কথা লবি
দশ টাকা নেদে যেনি
বিধি এবি নেদ্‌বি।
দশ টকা লৈ বামুণ

বইনা পাৰাক যাবি
বইনা পাৰাক যাই বামুণ
হাব গচে নিবি।
হাব গচে নি বামুণ
ঘৰেক পিন্ধবা দিবি,
হাব পিন্ধলি কেনে দেখি
আমাৰ আগত কবি।
হৰি মোৰ বামুণটি আহিছে
" " লেপাংকে বহিছে
" " লেংটিতে লাগিছে গু
" " সকল গোপিনী
" " হাই দি পাৰলা
" " নখান্দাৰ পাৰতে ধু।
আৰিমাছৰ তিন্ ডেল কাটা
কুনো বাচ্পা নবে ৰে
বৰ ঘৰৰ বামুণটুকে
কুনো বলে নবে ৰে।

— x —

বিয়া সমাপ্ত হোৱাৰ পিছত গোৱা গীত—

(২০১)

বিয়া হ'ল কুশলে উঠা নাৰায়ণে
কিও ভাল হ'ক কুশল হ'ক বুলিছে ৰাম।

কইনাই সেৱা কৰে
বৰে তুলি ধৰে
কিও ভাল হ'ক কুশল হ'ক বুলিছে ৰাম ।
হাতৰ মুঠিত ধৰি সিপাৰ কৰি আন্‌লাক
সমূহ সমাজৰে মাজেহে ৰাম ।
মাই কাটা তামুল খিলি
বাপুই মাথৈ লাজে,
হাতত ধৰি সিপাৰ কোৰ্‌লাক
সমাজৰ মাজে ।

—×—

(২০২)

বিয়া হৈলো বিয়া হৈলো
বিয়া হৈলো ভালে হৰি এ'
আমাৰ বাপুৰ বিয়া হৈলো
এক চাতি তেল হৰি এ ।
আগফালৰ ভটা তাৰা
পাছফালে যাই হৰি এ
কইনাথেৰে চড়্‌লতে
ৰাতি পুৱে যাই হৰি এ
এক পইচা লাগে যদি
দুই পইচা দিম হৰি এ
তেওঁ আমি খগেশ্বৰীক

বিয়া কৰে নিম হৰি এ।

—x—

(২০৩)

ও দেহি আলিৰ মূৰৰ তেলি কদম
" " ফেঁচাৰ মূৰৰ ঘিউ হো
" " আজিৰ পৰা পালি বাপু
" " তোৰে বুকোৰ জীউ হো
" " নামাৰিবি নধৰিবি
" " নাপাৰিবি গালিহো
" " চিৰদিনে থাক্‌পো বাপু
" " তোৰে সেৱা পালিহো।
" " ছন বাৰীত বিয়া দিলি
" " ছাগে বাঘে খাইহো
" " শাহে থকা ঘৰত দিছু
" " ধৰমকে চাইহো
" " বেহৰৰ চাকেলি
" " স্বামী আকেলি
" " লুপুংকে কৰিলি সেৱাহে।
কিও তামুলৰ মাণিক
মাইক পাই আহিল
বাপুৰ মুখত পানী হে
চাত্তি লগে চাই থাক থানিক।

—+—

(২০৪)

কাউৰী কৰিছে কলো কলো
কইনাটি সন্ কালকে অলো ।
মেকুৰী কৰিছে মেউ মেউ
কইনাটু সন্ কালকে নেউ ।

— × —

(২০৫)

হোল বিয়া হোল
বাপুৰ ছকুৰি হাতী,
দোল চিঙি গ'ল
হোল বিয়া হোল ।
বান্ধি আন্ লু বান্ধি আন্ লু
বান্ধবাৰ নাইকা থল
শহুৰেকে দেইখে দিলাক
বকুলৰ তল ।

— × —

(২০৬)

কইনাথেৰে দাদা খুড়া
সবে বৈলা চাই
ধেনু দাঙি ৰামচন্দ্ৰই
সীতাক লৈয়া যাই ।

— × —

(১০৭)

আগ দিয়া গীত—

( আগ চাউল দিয়াৰ সময়ত লগা সামগ্ৰী সমূহ— পায়সৰ বাতি দুটা, মুৰীয়া তামোল, পানীৰ ঘটি এটা, চৰিয়া এটা, ডাঙৰ বাতিৰে চাউল এবাতি, ঢুলি, ঘট, ভঙনীয়া পইচা ৭,৯/১১ টা )

জাঙলাৰ মুৰতে তিনি শইত খাইছিলা
শৌহুৰেৰ ঘৰ নচত্‌কু বোলিছে ৰাম
জানকী টেন্টেৰী ভুককে লৈ গেল
আহা পাখা খেলং বোলিছে ৰাম।
শহুৰথেৰ বৰঘৰ
বেত্তেদি চাত্‌বা
কিও বাপু তই চাপৰি যাবিছে ৰাম
মাযে বুই দিযা
মাছৰাজৰ চেলাংখেন
কিও নোচ খাই চিৰিবো চাইবিছে ৰাম।
ভিতাৰৰ বাটতে ও শুন্‌ৰে ৰাজাও
শাহু বত্তি আছে ও শুন্‌ৰে ৰাজাও
হাত জুৰকে নমস্কাৰ কৰাহে ৰাজা
চেলাঙে ঘুগুৰা গাঁঠা।
আঠুও নাকাঢ়্‌বা ও শুনৰে ··
পেটও নেফ্‌লবা ও

হাতজুৰকে নমস্কাৰ কৰাহে ৰাজা।

—×—

(২০৮)

জয় এ চাউল চিতা মাৰি
" " ফুলাম পাটী পাৰি
" " আনাগৈ হাকিমক মাতি।
" " হীৰা ঘৰৰ চক
" " থগে সক সক
" " এক মুঠি মলিখা ধৰে।
" " ক্ষীৰো বহালো
" " থালি থালি কৰি
" " উতলি উতলি পৰে।

● মলিখা—নভঙা চাউল,।

—×—

(২০৯)

ৰাম ৰাজাৰ ফুলাম পাটী
মাজে ৰাঙা দৈ
বহিছে জানকী সীতাই
ৰঘুনাথক লৈ।

—×—

(২১০)

ৰৰ ধৰা মানুহটুকে চিমু চিমু কৰে

তই আইছা বৰ ধৰ্‌বা
ঘন্নেক নিলাক চুবে।
কোক্‌ নিলাক কোক্‌ নিলাক
কোক্‌ নিলাক টানি,
বেকীৰ পাৰত পৰি আছে
চিৰা মেখ্‌লাৰ কানি।
বৰ ধৰা মানুহটুকে চিঁন্নু চিন্নু কৰে
তই আই্‌ছা বৰ ধোৰ্‌বা
ঘন্নেক নিলা টানি।
কহে নিলাক কহে নিলাক
কহে নিলাক টানি
সিন্ধিৰ মুখত পৰি আছে
চিৰা মেখলাৰ কানি।
তোমাৰ ঘন্নেক চুবে নিওঁতে
আমি আচু চাই,
তোমাৰ ঘন্নেক চুবে নিলাক
সিন্ধিৰ মুখত পাই।

● কহে—কলৈ।

—x—

(২১১)

আলিৰ্‌, মুখত কাঁহি, বুন
আয়তী কৰে গান শুন এ

এ চলাৰ জেপত টাকা ৰ'ল
বৰ ধৰা ঢকা ৰ'ল এ।
আলিৰ মুখত কাঁহি বুন
আযণী কৰে গান গুন এ
এ চলাব জেপত টাকা ৰ'ল
কইনা ধৰইতি ধেমনা গ'ল এ
আহাহে কৰে মাছ কুকত
বৰ ধৰা মানুহটুক
সান্দাহ দিম চুকোত হে
ও হৰি ৰাম।
আহাহে হাজেই্লা কলহৰ কাণ্
বৰ ধৰা মানুহটুক
কাণত ধৰি আন হে
ও হৰি ৰাম
আহাহে ঢোল ধম্ ধম্
বৰ ধৰা মানুহটুক
তুইঁত পুতি থম

● ঢকা—চপনীয়া, কুকৃত—খালৈত।

—x—

(২১২)

লো দাঁনা গাঠি লো
নিমকি দি আগ দিছে

চলাৰ জেপত ভৰে লো।
লো দানা গাঠি লো
খৰ্‌মাই দি আগ দিছে
চলাৰ জেপত ভৰে লো।
লো দানা  · ·  ···

—x—

( ২১৩ )

জানি শুনি কইনাৰ মায়েকে
ছুনিতে ধৰিলা
আগ হাতৰ সণাৰ বালা
উচর্গা কৰিলা।
আগদেই আগদেই
গৃহস্থৰে ভাল,
দুখী নহে কাঙাল নহে
হাথী জমিদাৰ
হেৰ কইনাৰ বৌয়েক[২]
আমাকে কৰিবি মান
পছিশ খেন কদলৰ
কেক গচে দিবো
জাকেৰি ফুৰিবি কাণ।
আহাহে কইনাৰ বৌয়েক নাগে
ও কদল খেন ঐলে দিয়া ফুৰনাকল আগোহে

তাইক বোলে সণাৰ কেক লাগে।
ও কাচা কলৰ দনা
লালেক্ মৰে টাকাৰ দেনাত
তাইক লাগে সণা।

● কদল—কোদাল।

—×—

(২১৪)

কাচা কলৰ ভাৰে
আগদিবা নৰে ভাই
লালেকৰ জনম ৰাৰে। কাচা .. ..
ও আদ্‌ছা লাউ
কইনাৰে বৌয়েকৰ
জিল্‌কেনী চাউ।
চালত উঠা পুঁই
আগদিবা অলে আইছে
বান্দেৰী মুইহে।
ও হৰি ৰাম।
আহাহে আগলা পানৰ লুৰা
আগ্‌ দেউতিৰ গিৰেকৰ নাউ
মোথ্‌ফল খাৰা বুঢা হে
ও হৰি ৰাম।
কি এ, উপাৰে উৰে গেল ছাই

আগ দিয়া ভিৰিটুই
মেকৃৰী ভাজা খাইছে
সানিবাৰ মুন তেল নাই

● মোথ্‌ফল—মধুফল, মুন্—নিমখ।

—×—

( ২১৫ )

পাটীতে বহি এ কিহৰ খচো মচো
ঐ ৰাম বোপাই তোৰ হেৰাইছে কিহে
পকেটৰ পৰা ৰুমালখেন হেৰাইছে
ঐ ৰাম বাইদেউ বিচাৰি দিছে
পাটীতে বহিয়ে কিহৰ খচো মচো
ঐ ৰাম বাইদেউৰ বা হেৰাইছে কিহে
ফুলন্তী বাইদেউৰ ফুলচেৰী হেৰাইছে
ঐ ৰাম বোপাই তই বিচাৰি দিছে।

—×—

( ২১৬ )

আগ দেইতী আগ দেইতী
কযে আগ পাছুৰে
আগ দিবা মুৰে ভাই
ধুম কলৰ গাছৰে।
আহাবে মাছৰ মাগুৰী
আগদিবা মুৰে ভাই

ভিতাৰ হাঙৰী হে।
ও হৰি ৰাম।
আহাবে মাছৰে শিঙি
আগদিবা এৰি তাই
উঠি মাৰে বিঙিহে
ও হৰি ৰাম
আহাবে মাছৰে শোল
আগদিবা এৰি তাই
উঠি বাজে ঢোল হে
ও হৰি ৰাম
আগ দেইতীৰ গালে
মধা সিন্দুৰ জ্বলে
কিও ভেকেলী চৰে যাই গালে হে ৰাম।
এটা অলৈছে খাড়িৰে খুতুৰা
ঐ ৰাম এটা অলৈছে লেড়ী ও
তাৰে মাজতে বৌয়েকটু অলৈছে
ঐ ৰাম সাক্ষাৎ চুইলা হেন দেখি হো।
চালৰে কুমুৰা
ৰবটো ধুমুৰা
কিও কইনাটি ভিয়াঁহৰ জালি হে ৰাম।
ভুই ৰে মোৰ সক কালৰ কাঠৰ পুতুলা
লুকাই আছিলি কিয় দেখা নেপায়।

৫

পাশা খেলৰ গীত—

( ২১৭ )

পাশা খেলাইলোৰে, ওৰে আঁকিলন্ত ঘৰে
সীতা সঙ্গে খেলে পাশা ৰাম গদাধৰে।
লগৰীয়াই সাজি কাচি বান্ধি দিলে চুলি
দেউতাই প্ৰতিজ্ঞা কৰে বিয়া দিম বুলি।
বাঁহ সাজি পক্ষীজাকে উৰি গুচি যায
নিশ্চয জানিবা পিতা নাৰীও তেনাই।
নাকান্দিবা পিতা তুমি নাকান্দিবা আই
আজিৰ পৰা তোমাৰ লগত গোত্ৰ ছিণ্ডি যাই।
নাকান্দিবা দাদা তুমি, নাকান্দিবা বৌ
তোমাৰ ঘৰত জিৰাইছিলু, জিৰণীয়া মৌ

—x—

( ২১৮ )

পাশা খেলাইলোৰে ৰাম মহাবীৰ
গমন ধীৰে ধীৰে,
আজি যদি পাশাত ঘাটে
ৰামত কাৰ্য্য নাই। পাশা ............
ওৰে পাশাই ধৰে শাৰী
ৰামচন্দ্ৰৰ ফুলাম পাশা
সীতাই নিলাক কাটি। পাশা ............
ঐ ফুলে চাকা চাকি

কদম ফুলে ৰাতি
বাপুৰ হাতৰ চিৰি আঙ্‌ঠি
মাই থৈছে ৰাখি।
দকনৰে আৰ্চি ফণি
দকনৰে উণ
আমাৰ মাইৰ বিয়া হলি
লগত যাব কুন।

—x—

বৰক নেওঁতা দিয়া গীত—

(২১৯)

মায়ে কুটি থৈছে ভোগ ধানৰ চিৰা
শাহে কুটি থৈছে কণৰে গুড়া
নাখবি বাপু তই আমাৰে কিৰা।
শাহেথেৰ পাছফালে ইটাৰে গড
শাহে কৰি থৈছে দালিৰে বৰ
খচ্‌ খচ কে খা বাপু
খোৰ্‌কা ডেল ধৰ।
শাহেথেৰ পাছফালে দখৈৰা আলু
শাহে কৰি থৈছে মতিচৰ লাড়ু
খচ্‌ খচ্‌কে খা বাপু
কৰিবো দাৰু।

● খোৰ্‌কা—খৰিকা, দখৈৰা আলু—কাঠ আলু, দাৰু—ঔষধ।

( ২২০ )

ধেনু চাৰে চাম চুম ৰাটী
জাহা চাউলৰ ভাত কেইটা দেই আৰু নেই
আহু চাউলৰ ভাত কেইটা কাঁহী ভৰে দেই ।
দুৱাৰে দুৱাৰে বাপুক কইনা দেই যাচি
ধেনু
মুগৰ দালিৰ আঞ্জাখিনি দেই আৰু নেই
মাহৰ দালিৰ আঞ্জাখিনি বাতি ভৰে দেই
ধেনু
তাকে খাই আমাৰ বাপুৰ
পেট ধৰ্‌লাক্ টানি
দাউৰা দাউৰিকে হাগ্‌বা যাই
গাউ্‌ৰাত পানী নাই
ধেনু

● গাউ্‌ৰা—পায়খানাত ব্যৱহাৰ কৰা পিতলৰ ঘটি ।

—×—

( ২২১ )

ওলেদি ৰান্ধিলা ভোল হৰি হৰি
ওৰে ওলেদি ৰান্ধিলা ভোল হে,
হাতীৰে শুঁৰডেল টেঙাইদি ৰান্ধিলা
ওৰে জাঙেকে নাপ্‌লাক জোল হে ।

—×—

( ২২২ )

বাপুক বইহ্‌বা দিছে পীৰা
ভোজন কোৰ্‌বা আনি দিছে
জাহা ধানৰ চিৰা ।
বাঁহৰ আগৰ ভেৰেলতা
ফুলে কি নুফুলে
আমাৰ বাপুই স্যান্দাহ খায়
গিলে কি নিগিলে ।
কঁহি এৰাৰ পাত বাপু
কঁহি এৰাৰ পাত
আগে বাপু খাই থৈছা
মাই ৰান্ধা ভাত ।
জুন জুন টুই্‌লা টেঙাৰ গুটি
আগে বাপুই পিন্ধি থৈছা
মাই বুৱা ধুতী ।
ন ঘৰৰ নক্‌চা বাৰী
পুৰণ ঘৰৰ কাৰীৰে
নাল্‌গে বাপু জলমুৱ কোৰ্‌বা
আগে দেখ্‌ছু আমিৰে ।
ওলি ওলি পক্‌াদলি
দলি বাগাৰ খাই
বিয়াৰ বৰে হাঁহি থাকা

কতো দেখা নাই।

● ভেদেলতা—ভেদাইলতা।

—×—

(২২৩)

শাহেথেৰ বৰগিৰি
গাই তুৱে ছকুৰি
কিও—পানী দি পায়েহ ভাত ৰান্ধেহে ৰাম।
দহৈৰা মাতে আনি
শৌহ ৰে গাখীৰ ৰাখে
কিও—শাহে জক্ৰা ভাতে খায়হে ৰাম।
শাহে উঠি ব'লে হে বুকোৰ বাপা
কিও—শৌহ ৰে মিছা কথা কয় হে ৰাম।
পলৰ চাব মাৰি গা ধুবা গেইছিলু
কিও—কলীয়া মেকুৰী খায়হে ৰাম।
জাপিৰ খিচোমিচো দৈ হৰি হৰি
কিও—জাপিৰ খিচো মিচো দৈ হে ৰাম
খাৱাৰ খিচোমিচো নাপাতবি বাপা তই
কিয়—ভকতক নিয়াৰত থৈ হে ৰাম।

● পায়েহ—পায়স, দহৈৰা—গাখীৰ বেচা মানুহ

—×—

(২২৪)

ভিতাৰৰ বাটতে ও গুনৰে ৰাজা ও

সান্দহৰ ডুকুলী ও শুন্‌ৰে ৰাজাও
অলপমেন তিনমুঠা লবাহে ৰাজা
চেলাঙে ঘুগুৰা গাঁঠা
ফাইককে নলবি অ'
শাহে গালি পাৰবো
অলপমেন তিনমুঠা লবাহে ৰাজা।
ভিতাৰৰ বাটতে ও শুন্‌ৰে ৰাজা ও
গাভীৰৰে বেইৰা ও " "
অলপমেন, এক লাকৃৰা লবাহে ৰাজা।

● ডুকুলি—ডুলি, ফাইককে—বেছিকৈ লাকৃৰা-নাৰিকলৰ কোৰোকা।

—×—

( ২২৫ )

বাজাবোত অলৈছে, একৃজৰা মাগুমাছ
একজৰা মাগুমাছ ও
শৌহৰে আনি দিবো
শাহে ৰান্ধি দিবো ও
মোৰ বাপাই ভাল খাৱা বুলি ভলোবলো
বুৱেনী মাই ভই মাকু চলো।

( দখাই খাই ভাল পোৱা বিভিন্ন ৱস্তুৰ কথা উল্লেখ কৰি গীতটো দীঘলকৈ গাব পাৰি। )

—×—

(২২৬)

পৰ মনৰ গন্ধ পাই
অলে নাহে যদুৰাই এ
বাতিৰ খিনি চেল্‌কি খায়
পাগ্‌ৰ দেখি চকু যায় এ।
ভাজা মাছৰ গন্ধ পাই
অলে নাহে যদুৰাই এ
পাতৰ খিনি চেল্‌কি খায়
চকৰ ফালে চকু যায় এ

—×—

● পৰ মন—পায়স।

(২২৭)

আজি ৰাতি থাক্‌ বাপু
কালি পুৱাই যাবি,
শাহে ৰান্ধা জকৰা ভাত
পেট ভৰে খাবি।
বাপু যাবিতো যাবি
শাহে দিয়া পিঠা পৰ্‌মন
আমাকো দিবি।
আমাকো দিবি বাপু
এৰিও নাখ্‌বি।
হে মোৰ বুকোৰ শাহু

পলম নকোৰিবা।
বাইজ সকল উঠি গেলি
এক্লাই নোক যাবা

—x—

(২২৮)

বাপু আকাল পৰা
গাখীৰ খাবা খুজা
ঐ ৰাম—শাহেথেৰ নাইকা গিলাচ হে ৰাম
বাৰীৰে মাজৰে জাতি বাঁহ এজুপি
ঐ ৰাম—তাৰে কাটি আনে চুঙাহে ৰাম।
বাপু আকাল পৰা
গুডা সান্দাহ খাবা
কিও—শাহেথেৰ নাইকা বাটিহে ৰাম
বাৰীৰে মাজৰে আইঠা কলৰ চুপা
কিও—তাৰো কাটি আনে দনাহে ৰাম
বাপু আকাল পৰা
সান্দাহ খাবা খুজা
কিও—শাহেথেৰ নাইকা সান্দাহহে ৰাম
মগুল পাতা পিঠাগুৰি
কিও—তাকে আনি দেই খাবা হে ৰাম।

● আইঠা কল—ভীম কল, দনা—কলপটুৱাৰ খোল।

—x—

দৰাই মান ধৰা গীত—

( ২২৯ )

বাপু তই নাযবি নাযবি অকলে
খুড়শালে ৰাখি থব
চিৰ দিনৰ কাৰণে।
খুড়শালে ৰুমাল দিবো
লো বাপু পকেটে
লগৰ লগৰীয়াই
খুলি চাইবো বাটতে
বাপু

( বিভিন্ন জনে বিভিন্ন বস্তু দিয়াৰ বৰ্ণনা কৰি গীতটো দীঘলকৈ গাব পাৰি )

—×—

( ২৩০ )

ও গাড়ীৰ চাকা
হাত জুৰ্ কে সেৱা কৰ
শাহে দিবো টাকা।
ও মন বগৰী
হাত জুৰকে সেৱা কৰ
শৌহ্ ৰে দিবো ঘড়ী।
কীত্তান ঘৰৰ কাঠি।
হাত জুৰকে সেৱা কৰ

বৌয়ে দিবো আঙুঠি।
আমি কৰো খচোমচো
বাপুই কৰে ৰাতি হবি এ
শাহেকথেৰ ফুলা বিচনাত
বাপুই হয় কাতি হবি এ।

— × —

( ২৩১ )

ভিতাৰতে আদি গদি এ
মজিযাতে বাতি
অলে আহা কাঞ্চনমতী
আমাৰ হৱে ৰাতি।

কইনা বিদাযৰ গীত--

( ২৩২ )

চাউল ধাৰ কৰি কুট্‌লু পিঠাগুৰি
বাৰীৰ মনোমতী কল
মাই লাঘোণে নাযবা।
মাইৰে আগতে একেখৰা বস্তি
কুন্নু কুমাৰৰ চাকি
মাই লঘোণে নাযবা
জতুৰা কুমাৰে ও মাই ·······
চাতি গঢ়ে দিছে ও মাই·············
পদ্ম পুখুৰীৰ মাটি। ও মাই ···· ······

পদ্ম পুখুৰীক ও মাই
মই বাধে গৈইছিলু " "
ঢৌ দি অত্‌লু পিন্‌দ্‌ " "
কাষৰে কলসী " "
টলো বলো কৰে " "
ৰঘুনাথ আহিব বোলি " "
ৰঘুনাথ আহিব ও মাই
কি বাৰ্ত্তা পাইবো ও মাই… …
চন্দনে চিতাৱ গাৱ মাই

● পিনদ্‌— পিণ্ড ।

—×—

(২৩৩)

মুৰ চুটি ফোট মাৰি
আইনা এৰ্‌লি কোত,
চেনাইৰে মায়ে পিতেক
এৰি গেলি কোক ।
পিতেক এৰ্‌লি চায়ন্যৰ ভন্নত
মায়েক এৰ্‌লি ঘৰত
মৰমৰে বৌয়েক এৰ্‌লি
পাগ্‌ঘৰৰ ভিতাৰোত ।
চাইবোকালে চাৰডেল ভৰী
মাই আছে ধৰি,

কাঠিৰ কণাত
বহি কান্দে সমনীয়া ভাই।
নাকান্দিবি ভাই মোৰ
নকৰিবি শোক
ছয়মাহে বছৰ দিনে
দেখা পাবি মোক।
মুৰ চুচি ফোট মাৰি
আইনা এৰ্‌লি কোত
এই পুৰাৰাতি মাই
যাবা অল্‌লি কোক।
যাম যাম আই মই
পুৰনীয়া ৰাতি
কি কৰিম আই মই
সংসাৰৰ ৰীতি।

—×—

( ২৩৪ )

কঁহি এৰাব পাত বাপু
কঁহি এৰাব পাত
চিক্ চিক্‌া ব'দ উঠ্‌লি
মাইক লাগবো ভাত।
মায়েৰ আগত কৰি বাপু
ভাত বাদ্ধি থবো

আমাৰ মাই আদৰুৱা
পুৱাই পাচ্‌টি খাবো ।
শাঁল টানা খিল। বাপু
চেলাং টানা খিলা
কিন্তু বাপু ভাগ্যবান
আমাৰ মাইক পালা ।

—x—

( ২৩৫ )

আহঁতৰ গাছৰে ৰাঙী চিলা
আমাৰে মাইকে দুইহ্‌ৰেত দিলা
নাকান্দিবি মাই তই নোকৃৰবি শোক
মাহে পষে দাদে আনিবো তোক ।
আহতে যাওঁতে দেখিবি গাওঁ
মায়েৰে পিতেৰে ৰাখিবি নাউ ।
একলা মায়েহে মাৰিবো গেৰি
কি মতে আহিবি একলাই চলি ।

—x—

( ২৩৬ )

যাবিতো যাবি মাই
হাৱাৰ গাডীত
একেদমে যাই পাবি
শহুৰৰ বাৰী ।

হাৱাৰ গাড়ী পিপ্ পিপ্
হতাহত চলে,
ইযো চাৰে, সিয়ো চাৰে
অলে অলে।

—×—

( ২৩৭ )

সন্‌কালে অলো মাই
সন্‌কালে অলো,
চাযনাৰ তলত জ্বলছে বাতি
আমাৰ দেখুন পুৰৈ ৰাতি
কান্দান থো মাই
কান্দান থো।

কইনা আহি দৰাৰ ঘৰ পাওঁতে গোৱা গীত—

যাওঁতে কলীয়া কদম কই গৈইছিলা
আহোতে মেলিলা পাহি হে ৰাম
তাৰো এক পাঁহি মাই এ পিন্ধিলা
ৰামচন্দ্ৰই কই যোৱা বোলি হে ৰাম।

—×—

( ২৩৯ )

একলাই গেইছিলি বাপু
দুকলাই আহিলি,
কাৰেনো বুকোৰ বাছা

কাটিও আনিলি ।
কাটি নানো চুহি নানো
নামাতিলো লাজে,
আপুনি বহিছে আহি
সমাজৰে মাজে ।

— x —

( ২৪০ )

ওপাৰে উৰে গেল ছাই
কিনো বাপু কইনা আন ছা
মুখৰ জল্‌তি নাই ।
নহক নহক মুখৰ জল্‌তি
সৰগৰে তাৰা,
পিতে চাৱা কইনা বাপু
ঘুৰে দিবা নৰা ।

● জল্‌তি - উজ্জ্বলতা ।

( ২৪১ )

ক'ৰ পৰা আহিলি জনেকৰ জী
স্বামীৰ ঘৰ বুলি তই কেনকে চিন্‌লি
চিনিলি জানকী ভালে কৰিলি
শাহেকে মাতিবি আই বোলি
দেখ্‌তে শাহেৰে লাগিব' দয়া
স্বামীৰ চৰণ চাই কৰিবি সেৱা

সোণাৰে কলপুলি ৰূপাৰে পাত
আহি কি জানকী মাত দিছা কাক।
আহি কি জানকী মতিচৰ লাড়ু
শ্যাহে কৰি থৈছে মন পৰা দাৰু।

—x—

( ২৪২ )

জলপে খাইতি নাউ মাই
কাটি ফেললি কোত
ও ৰাতি খিচা সৈখে কেইটাক
এৰি আইহ্‌লি কোত।
ও বগৰী খাইতি নাউ মাই
গুটি ফেললি কোত
ও গীত গাৱা লগৰীকে
এৰি আইহ্‌লি কোত।
অলপ পানীতে বান্দাৰৰ পোৱালি
অলপ হেলচী বান্দাৰৰ পোৱালি
আমি দিয়া খাটি কাপ্‌ৰোত
তেল সিন্দুৰ লগলি।

● সৈখে—সখী।

—x—

## বিয়াৰ ৰাতি গোৱা বিভিন্ন গীত—

( ২৪৩ )

ৰাম ৰাম বাঁজা কলৰে আঁৰে

জনেকৰ ঘৰতে সীতা থাকা বোলি
জানলাক কুনে ।
( পুখুৰীৰ পাৰে পাৰে জাতীয় পদ দি গাব পাৰি )

— × —

ৰাম যতে সীতা ততে[২] ।
নগৰে নলবি সীতা তই,
দুখুনী মাৱক বুজোতা নাই ।
কৌশল্যা সুমিত্রা মোৰে আই,
ৰাম বনে যাই ৰাখন্তা নাই ।
ৰাজ পোছাক সোলকাই থোৱা ।
গছৰে বাকলি সাৱতি লোৱা ।
গছৰে বাকলি পিন্ধিলা ৰঙ্গে
পিতৃ সত্য পালন কৰিবা লাগে ।
দুখুনী মাৱৰ মন দুখে
কৈকেয়ী মাৱৰ মন ৰঙ্গে ।
ভৰত শত্রুঘ্নক থাকিবা চাই
নিশ্চয়ে জানিবা বনক যাম মই ।

— × —

( ২৪৪ )

ৰামৰে ঘৰৰে পটেশ্বৰী
কান্দে কি ৰামৰ গুণ কৰি ।
মিথিলা নগৰে বিয়া কৰে

থাকিবা নাপলু ৰঙ্গমনে।
উৰতৰ শিথানে ঘুমোটি গ'ল
উঠিয়া লক্ষণে এৰি থৈ গ'ল।
এৰিলা ৰাম মোক কি কাৰণে
বনবাস দিলা তপোবনে।
আমো সীতা নাৰী গৰ্ভৱতী
দণ্ডকা বনতে থপিলো ৰাতি।

— x —

( ২৪৫ )

বাৰীত কান্দে বাৰীৰ বেৰা
ঘৰত কান্দে সীতা,
ৰাখো নাৰায়ণ, করুণা সাগৰ হৰি।
আগতে কৈছিলু হে বুকোৰ আই ও।
গছত পোকপা নেদ্‌ৰি লাউ
লাউও সৰিবো, জীয়েক লৈ যাবো ও
তোৰ ঘৰ হৈ যাবো সাউ।

● পোক্‌পা—পকিবলৈ, সাউ—উদং।

— x —

( ২৪৬ )

আগতে কৈছিলু হে বুকোৰ আই ও
থৈকাৰা নিদিবি ভাতে
আজৰা সিজিবো পাজ্‌ৰা সিজিবো ও

পৰৰ গেজনীয়া মাত্তে।
চজনাবে শাল গাভী চজনাবে মাত্তু
চজনাবে বেঞ্চিত বহি
মাই বোরে কাপোৱ।

● থৈকাৰা—থেক্ৰো টৈঙা, চজনা—চাজিনা গছ।

—×—

(২৪৭)

বুটৰ দালিৰ আঞ্জা বিলাচী ও
নাবান্ধবি আই তই বিলাচী ও
মোৰ মুখত বটুৱা লাগে, নালো
লাচকে বিলাচী তাচ খেলো।
শহুৰৰ পুতেকে বিলাচী ও
চিঠি দি পঠৈছে বিল্যচী ও
তেওঁক বোলে কমাল খেন লাগে
লাচকে বিলাচী তাচ খেলো।

● বটুৱা—বেয়া।

—×—

(২৪৮)

মহাদেৱ ফিৰি যোৱা ঘূৰি
পাৰ্ব্বতীয়ে কৈছে আজি বিয়াতে ৰবছে।
শিৱেৰ মুৰত সব সৰ্প চক্ৰ ধৰি
গলে দেখো সৰ্পৰ মালা গায়ে ভস্ম ধূলি।

কমণ্ডলু চিম্‌তা কাটা ত্ৰিশূল আছে হাতে
বাঘৰ ছালে পিন্ধি শিৰে ধুনীত্ত বহি আছে।
সণা নাইকা, খাৰু নাইকা, নাই অলংকাৰ
পিন্ধিবাৰ বস্ত্ৰ নাই পিন্ধে বাঘৰ ছাল।
পিন্ধিবাৰ বস্ত্ৰ নাই শিৰে পিন্ধে বাঘৰ ছাল
আগফালে টানিদিলে উদি হয় পাছফাল।
কুচ্‌নী পাৰাৰ তিৰি কেইটাই বহে শাৰী শাৰী
তাৰো মাজে ভাঙ্‌ৰাই বহে বাঘৰ ছাল পাৰি

— x —

( ২৪১ )

কৰ পৰা আহিলি জটীয়া ভাঙুৰা ও
সৰপে বান্ধিছে হিয়া ও বকৰা
তোৰে ৰূপ দেখি মেনকাই ডব্‌ল্যক ও
ও নেছু পাৰ্‌বতীক ৰিয়া ও বকৰা।
অহৰ্নিশে মহাদেৱে হৃৰিকে ধিয়াই
কিনো ধিয়াই থাকা বোলি যেৰপা মাৰি যায় এ
অন্তৰ ছাল কান্দিলি পিঠা পৰমান পায়
মোৰ ছাল কান্দলি খুদ কণো নাই
মনা থান ঐলে দিয়া খুজিবাকে যাং
খুজি মাগি আনি মই ছলিৰ বান্ধি দেং।
সিংহৰ পিঠিত উঠি আৰো বাঘৰ পিঠিত পাৱ।
ধ্যান কৰিবা যায় আৰো গণেশৰ মাৱ।

● যোৰপা মাৰা—খেদি খেজা

( ২৫০ )

মহাদেৱ বহি যা চোতালে
দক্ষ ৰাজাৰ জী আজি কোনে বিয়া নেদে।
পহিলৰ জাওঁই বুলি বৰিবাকে গেলু
হাড়ি হেন পেট দেখি উলটি আহিলো।
হাড়ি হেন পেট আৰু বেৰা হেন দাঁত
চকু দুটা তাল্ তাল্ তুল তুল থানি থ্না মাত।

—x—

( ২৫১ )

সীতা সয়ম্বৰ পাতিছে
জানকী বিবাহক লগি
ৰাজা গণ আহিছে।
যিজনে শিৱৰ ধনু ভাঙ্গিবাক পাৰে
সীতা নামে কন্যা আনি সমৰ্পিবো তাৰে।
ভাঙ্গিব শিৱৰ ধনু ভয় হয় মনে
মনে মনে কান্দে সীতাই অকাৰণে।

—x—

( ২৫২ )

আইমোৰ সন্ধিয়া পৰতে
আইমোৰ আহিছে অতিথি
আইমোৰ নৰৰূপী নাৰায়ণ,
আইমোৰ দিয়া অন্নদান

আইমোৰ শুদ্ধ কৰি মন
আইমোৰ তুষ্ট হৈবো ভগৱান ।

—×—

(২৫৩)

মায়েকৰ গলে কান্দে ধৰিও কান্দে বাৰম্বাৰ
ৰাখা ৰাখা বুকোৰ আই আৰু একবাৰ ।
কেনেকৈ ৰাখিম আই হলি পৰৰ ধন
এতিয়া লৈ যাবো দ্বাৰকা নগৰ ।
মোকে চেনাহ্ নাই আই ও মোকে দয়া নাই
চায়নাৰ তলত ঐলে দিলিং সমন্ধ চিণ্ডি যায় ।
পিতেকৰ গলে ধৰে ‥ ‥

—×—

(২৫৪)

আয়া ও চোতালৰ ধূলাকে ধূলা বুবুলিবা
" " বাঢনীৰ আগতে যায় আয চাম্পাও ।
" " আপোনাৰ বেটিকে বেটি বুবুলিবা
" " মোৰ বেটি পৰৰ তাৰু যাই ।
" " সৰুৰ পে বাঢালু বকুল ফুল ফুটলু
" " তেওঁ বেটিক ৰাখিবা, নৰ্লু ।
" " বেটিৰে লগত নানান বস্তু যাই
" " তেওঁ বেটি গালি মাত খায় ।
" " বেটিকে দুখ্বাঃ বেটিকে নেদিবা

আয়া ও বেটিকে নেদিবা লাই ।

—×—

( ২৫৫ )

কি ফুল ফুলে
আমাৰো মাইও লাইটত জ্বলে ।
আমাৰো মাইও লাজেতি কাজেতি
লাজতে নেমেলে হাত নালো ।
চায়েনাৰ তলতে মাই হালি পৰে
পিতেকে হাত পাতি ধৰে নালো ।
নহওঁ মই আজলী নপৰো বাগৰি
বামকে মনতে পৰে নালো ।
পিতেকৰ কলাতে মাই হালি পৰে
মামেকে হাত পাতি ধৰে নালো ।
নহওঁ মই আজলী নপৰোঁ বাগৰি
মাকে মনতে পৰে নালো ।
ঘোঁৰাৰ গাড়ী গাড়ী
ফুৰে হাৱা খাই
খশুৰা বামকে চাই নালো ।

—×—

( ২৫৬ )

আজি অত দিনে উৰা কুৰবী
হাতে লেখি আছে চিঠিবে ।

সেই চিঠি খানি
দিলা সখীৰ হাতত
আনা চিত্ৰলেখাক মাতিহে ।
চিত্ৰলেখাই বলে সখী
তই বৰ আজলী হে
সপোনতে বৰ পাই
হৈ গেলি পাগলীহে ।
উপবেদি উৰে যায়
খঞ্জনীয়া পক্ষীৰে
থাপ মাৰি ধৰি আনি
পাটাতে বতিলা ৰে[১]
সেই ফোটা খিনি
পিন্ধি চিত্ৰলেখাই[২]
গগনে মাৰিলা উবাহে ।
ছয়মাহৰ বাট সাতদিনত পালা
পাই গেল দ্বাৰকা নগৰীৰে
জোৱাৰে ঘৰ জোৱাৰে বাৰান্দা
তাতে বহি আছে অনিৰুদ্ধ ।

—x—

( ২৫৭ )

কৰ্দ্দৰ তলতে মাই প্ৰাণেশ্বৰী ও
বহি বুই আছিলা তাঁত ।

তাঁতৰ মাত শুনি শঙ্কৰৰ পুতেকে ও
কাটি দি পঠালাক মাকু ও লগৰী
সেই মাকু পাই মাই চেলাং লগালাক ও
গহইনা গায়কে চাই ও লগৰী ।
গাওঁত হইছে সভা, বাপুই গেইছে চাইবাও
সেই চেলাং কান্ধতে লইও লগৰী ।
লগৰীয়াই সুধা ঐ, সমৈৰাই সুধা ঐ
এই চেলাং পালি তই ক'ত ও লগৰী
কি সুধা ভাই কৰাবো লাজ পাইও
শঙ্কৰৰ জয়েৰী দিছে ও লগৰী
শঙ্কৰৰ জীয়েৰী অদ্ভুত বুৱেনী ও
চেলাং দি পঠৈছে মোক ও লগৰী ।

● সমৈৰা—সমনীয়া

—x—

(২৫৮)

নাৰিকলৰ মুখে মেলিলা পাহি
আজিহে নাউ মাইৰ মুখত নাই হাঁহি ।
পিতেকে বলে আহি ভাতকে খাহি
মায়েকে বলে স্কুলক যাহি ।
ন্যাং মই ইচ্কুলক মন বয়া কৰে
অংক কোৰৰা নবুলি মাষ্টৰে মাৰে ।

● খাহি—খোৱা আহি ।

(২৫৯)

মোৰ মইনা আগতে কৈছিলু ও
" " হে বুকোৰ বৌ ও
" " দেহি ও
" " চালতে মুৰবি পঁুই।
" " পুঁই সৰি যাবো ও
" " নন্দেক লৈ যাবো ও
" " দেহি ও
হামাংকে উঠিব জুই
" " আই দি পঠৈছিল ও
" " থইকাৰা টেঙাটু ও
" " দেহি ও
বৌউ ই দি পঠৈছিল মুন
" " শাৰীৰে আচুলত ও
" " বান্ধি দি পঠৈছে ও
" " দেহিও এফিমেন নাউমাইৰ গুণ।

● এফিমেন —অলপমান

— x —

(২৬০)

মাইও লং দিলি নাথ্ৰা
মাইও জাইকল দিলি নাথৰা
চকুৰ ঠাঁৰত বাবে মাতলি
আমাক এৱি নাযৰা

— x —

# ৰৰশী বোৱা গীত

১। শিঙ্ৰাৰ মায়েক জ্ঞাপেৰী,
তই হলি মাছৰ গিৰি।
ধৰ শিঙ্ৰা ধৰ—
একে খুটে তল কৰ,
মাৰি দেও বামতে পৰ।

২। ধৰ মাছ ধৰ,
মোৰ ৰৰহত ধৰ।
কাবাৰ যদি চক্ষু লাগ্ছে
চক্ষু অলে পৰ।

৩। গেলিতো গেলি
লগৈৰাৰ আগত কৱা যদি
ভায়ে বাপেৰ মুৰ খালি।

৪। দাঁতনীৰ দাঁত
ভূতুনীৰ ভূত—
আল চাউলৰ খুদ,
যায় যেনি দাঁত দিছে
আমৈতা বাঢ়্নী দি কুৰ।

● ৰৰহ্— ৰৰশী, কাবাৰ—কোনোবাৰ, লগৈৰা—লগৰীয়া, যায় যেনি—যি সকলে, আমৈতা বাঢ়্নী অম্বুবাচীৰ সময়ত পেলাই দিয়া চুৱা বাঢ়্নী

# ধুৱেনীৰ গীত [ তোলনী বিয়াৰ গীত ]

( ১ )

এ ঘৰ দেখু বিনু বিনু
যেৰা দেখু হালা হৰি এ ।
এ গাজীৰ মূৰত দেখু আমি
ও চম্পাফুলৰ মালা হৰি এ
কি এ সুবৰ্ণৰে ঘাট বাট
ফটিকৰে আলি হৰি এ
কাষতে কলসী লৈ
ৰাধে পানী বয়ে হৰি এ
ধুপগুইৰা ভকতৰ মেৰে মেৰে ঘৰ
আমাৰ গাজী যাবা লাগ্‌ছে নাম ধনেশ্বৰ ।
পুৰণ আলি চাই চাই নতুন আলি বান্ধে
তলে দিয়ে বালা মাটি খহি খহি পৰে ।
আগে যাবো হাতী ঘোঁৰা পাছে যাবো দোলা
দোলাৰ ওপৰে নাচি থাক্‌বো চম্পাফুলৰ মালা

— x —

( ২ )

গাজী বোৱৰা আইছা কুনি ও মোৰ
গাজীক নেদ্‌বি হাতে,
ও সণা কপাই বান্ধাই আন্‌ছু মোৰ

মৈলান পৰ্‌বো গাতে।
দলি মাৰি দিয়া গৈ ও মোৰ
গাজীৰ মূৰত মালা,
আজিহে গাজী বাপুই' ও মোৰ
ভৰিত দুখ পালা।
পাৰক পাৰক ভৰিত দুখ ও মোৰ
ৰাইজ আইছে ভৰি,
আইবোক বৰি নিবো সণাৰ চত্ৰ ধৰি।
আহাৰে ভাঙা কাটেৰী
গাজী ৰাম আহিছে নদী সাঁতুৰি হে ও হৰি ৰাম.
আহাৰে বাঁহৰ পাত লেকু
গাজীৰ আইবেকে হাৰিত খায়
এৰে পৰা দেখু হে ও হৰি ৰাম।
আহাৰে কামাৰৰ বেৰী
গাজী বোৰ্‌ৱা আইবেক নাহে
ভাতৰ গাৰাহ্‌ এৰি হে।

— x —

( ৩ )

কান্দে গাজী ৰাম
আইবেক লাগে ৰাম ৰাম
হাতযোৰ কৰি পিৰ্‌প্ৰটো মাগে।
কান্দে গাজী ৰাম ও

আতেকক লাগে ৰাম ৰাম
আতা মোক পিন্ধিবা ধুতীখন লাগে । কান্দে

— × —

( ৪ )

ঘূৰে মাই ঘূৰে মাই
ঘূৰে কি কাৰণে,
আমাৰ মাই ঘূৰ্বা লাগ্ছে
ও মোৰ গাভীৰে কাৰণে।
অৱলা চৰলা বালা
স্বামী নহ্ পুত্ৰ পালা ।
কান্দে মাই প্ৰেমলতা
কান্দে মাই হেমলতা
কান্দে মাই মায়েৰ মুখ চাইৰে।

— × —

( ৫ )

কি এ নৰকৰে কইনা
আছিলি গহ্বৰে,
গোপিনী উদ্ধাৰ কৰেছে।
হৰি মোৰ আজি চাৰি দিনে
" " নাই অল্ ন্নাউ মাই
" " শয্যাত খেলিলা পাশা
" " চকুৰ টিপ্ মাৰি

" " মাযেক সুধা ঐ

" " কেইদিনা পালো মই যোগ ।

" " যোগে যুগন্তি

" " মই স্থকয কান্দি

" " সাত দিনাৰ পালি তই যোগ

● অল্— ওলোৰা

—×—

(৬)

ৰবি মোৰ দিনৰে দিন মানে

" " গাজী বাট বুলিছে

" " আছে পত্থুলিতে বৈ,

" " দাউৰি যাৱা গৈ

" " আইবেকক কোৱা গৈ

" " আহক ঘিঁউৰ গাচা লৈ।

" " গাজীৰ মূৰৰ মালা

" " ৰ'দ পাই লেহ্‌ৰা

" " নিয়ৰ পাই মেলিছে পাহি।

" " গাজী ৰামৰ আৎেকৰে

" " ৰাম্‌ভৰে গাক এ ৰাম

" " গাজী ৰামক পিন্ধে আনছু

" " ৰাখৰ কাটা কেক হে ৰাম।

হৰি মোৰ জাপাৰে ভিতাৰে গাজী
,, ,, নেমেলিবা হাত হে ৰাম,
,, ,, লেডেৰা হাতেৰে চুলে
,, ,, মৈলান পৰ্বো গাত হে ৰাম।

(৭)

হৰি মোৰ দুইহ্ৰেৰে নাতিহে
,, ,, ডালিম কই গেইছে
,, ,, ডালিমে ধৰিছে থপা,
,, ,, আজিহে নাতিহে
,, ,, ঘৰকে আহিছে
,, ,, ডালিম পাৰি দিয়া এটা।
চত্লৰ আগৰ ডালিম ডেলিত
জাকে পৰে টিয়া হে ৰাম,
গাজী ৰামে বলে আতা
বন্দুক সাজি দিয়াহে ৰাম।
আতেকেহে ব'লে বাপু
কতক মাৰিম হিলে হে ৰাম
একশ টাকাৰ বন্দুক আন্ছু
এটাও নচলে হে ৰাম

—x—

(৮)

দেৱ ৰসে চালত আছে জালি কুম্ৰা

দেৱ বসে যত্ঁৰত আছে প'াজী কি এ দেৱ বসে
" " কিতাপ চাই আছিল গাজী
" " ৰাতিতে হৈছিলা গাজী।
" " ৰাতিতে হৈছিলা গাজী
" " মাষ্টৰ হওঁ বুলি,
" " আবেৰি যশোদাই কলাক ।
" " পুৱাই হৱা বুলি কি ঐ দেৱৰসে
" " শাওঁণ মাহা হ'ল গাজী
" " ডাক্তৰ হওঁ বুলি
" " ৰাতিতে হৈছিলা গাজী
" " মণ্ডল হওঁ বুলি ।

— x —

(৯)

হৰি মোৰ আগত ভৰা লটা
" " তুমাৰ প্ৰথম বেটা
" " থেকেছি নল'বা কলা (কোলা) ।
" " লৰা উপজিবৰ
" " হ'ল চাৰি দিন
" " আজিহে মায়েকে জানে ।
" " ভাঙৰ লৰা দেখি
" " বাপুৱে মায়েকে
" " বিহাৰে আ:লে ঢাকে ।

চম্পা নাগেশ্বৰ সুভদ্ৰা মনোহৰ
অৰ্জুনক পালি তই ৰৰাহে।
অৰ্জুন মহাবলী ৰথে গৈলা চলি
সুভদ্ৰাক লৈ গেল হৰি হে।
শাল কাঠৰ চই্লা
আহিনি ফুল কইনা
হলি বিযাৰ কইনা।

● চই্লা— কাঠৰ সৰু টুকুৰা।

—×—

(১০)

আয়া ও গাছৰে খুনুণ্ডত আছিলি মাই তই
„ „ গাছৰ কঁহিপাত খাই আযা চম্পাও।
„ „ ঢাবা কাতি কৰি অলে আহ্ লগৰী
„ „ তোৰে লগৰীযাই মাতে আয়া চম্পাও।
„ „ তোৰে লগৰীয়া জানকী বৰুৱা
„ „ কত লগৰীযা আছে।
কাতুৰীৰ পাততে ভোমোৰা' পোকা
মাইৰ লাহৰ চুলি কাকালে পৰা।
একপোৱা তেলেও চুলিতে নাটে
হাতী দ'াতৰ ফনি কাকেকক মাগে
হাতী দ'াতৰ ফনি আনিব কিনি
মাইৰ লাহৰ চুলি চুচে দেই বুনি।

চুচে দেই, মাজে দেই, বান্ধি দেই খোপা
খোপাৰ ভিতৰে মালতীৰ থোপা।

— × —

(১১)

মাইৰে কাপোৰত বিলাতী রং
খুজি আনা বুলি কোৰ্ছিলা খং।
খুজিও আনা নাই ঘৰতে আছে
বুৰেনী মাযেহে বুই থৈছে আগে।
মাইৰ মেখেলাতে বিলাতী রং
খুজি আনা বুলি কোৰ্ছিলা খং।
খুজিও আনা নাই ঘৰতে আছে
বুৰেনী খুইৰেও বুই থৈছে আগে।

(কইনাই পিন্ধা বিভিন্ন কাপোৰৰ বৰ্ণনা দি দীঘলকৈ গাব পাৰি)

— × —

(১২)

লাল পদ্মৰ পাতে
চাৰ্দিনাৰ লঘোণে মাইৰ
মুখে নলৈ মাতে।
লাল পদ্মৰ গুটি
চাৰ্দিনাৰ লঘোণে মাইৰ
প্ৰাণ যাই ফুটি।

লাল পদ্মৰ ঠাৰ'।
চাৰিদিনাৰ লঘোণে নাই
হলি জ্বালা কালা।

—×—

(১৩)

আয়া ও চিনা জোকে খালাক
মায়ে বেৰি থলাক,
বিয়া হ'ল বিয়া হ'ল বুলি আয়া চম্পা ও।
আয়া ও যোগেশ্বৰীৰ বিয়া হৈছে ৰবেৰ পুৱা
ধুৰৈ বেলি ভাটী দিয়া চম্পা ও।
আয়া ও দোলাৰ কুন্দবাৰী, ভাল মাৰ হোৰ জীযাৰী
" " নাওলাৰ মুৰতে মাত্তে থগেশ্বৰী।
" " শাহু আই শাহু আই বুলি আয়া চম্পা ও।
" " কিয়নো মাতা ঐ হে মুলেশ্বৰী
" " মই আছো কলৰ গুৰিত বহি আ'ৰা চম্পা ও

—×—

(১৪)

চাৰি পিনে কলৰ পুলি তাতে আমৰ ডালি
আইদেউই স্নান কৰে জয় দুৰ্গা বুলি।
আইদেউৰ পদূলিতে হালি আছে নল
কলহে কলহে চালে যমুনাৰে জল।
গা ধুই আইদেউই মাথাত দিছে হাত

স্বৰ্গৰ পৰা চিৰি কৃষ্ণই দিলা পাৰিজাত।
গা-ধুই আইদেউ কম্পে থৰথৰি
আনিছো পাটৰ বস্ত্ৰ পিন্ধা লাহ কৰি
গা-ধুই আইদেৱে গঙ্গাক খুজে বৰ
জনমে জনমে স্বামী হবো ৰঘুবৰ

— x —

( ১৫ )

গাজী বোলে আবু আবু ও
পিয়াহতে মৰো ৰাম
চম্পাফুলে বলোৰাম।
আতাৰ দিনৰ ৰাবী লতা ও
দাণ্ডিৰাকে মোক ৰাম।
গাজী বোলে আবু আবু ও
আতা পেইছে কোক,
আতে দিছে গৰু এবি
বোখ্‌ৰা দিছে মোক

— x —

(১৬)

গাজী মামেথেকে চো
ওৰে মামেথেকে চো
আতে দিয়া সণাৰ মালা
গলে পিন্ধিলো গাজী।

পদ— "প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন"

(এই জাতীয় পদেৰে গীতটি দীঘলকৈ গাব পাৰি)

● চো— বলা।

—+—

(১৭)

ঘোষা— গাভীও আমাকো নাযাবা এৰি
আতেথেৰ নাঙলাত বকুল ফুলৰ শাৰী
বান্ধকে ধৰিব যেৰি।

('জয় জয় গোপাল গোবিন্দ বনমালী' জাতীয় পদেৰে দীঘলকৈ গোৱা হয়।)

(১৮)

আহাহে খুদনা শাক দলে
আমাৰ গাভী যাবা লাগছে
ৰথৰ ওপৰে হে
পৃথিবী দলদপ কৰে।

(ৰামায়ণ বা মহাভাৰতৰ পদেৰে দীঘলকৈ গোৱা হয়।)

—x—

(১৯)

ও দেহি লাউৰ গুটি গিলে চাৰদিনাৰ লঘোণে
" " কি চাইবি জীয়েৰেৰ বিলে হো।
" " দিছিলি না নেদছিলি আলৰ পিঠাগুৰি
" " খাইছিল না নাখৈছিল লাজে।

ও দেখিছি ঐকে নাখলা তিনি খলপীয়া
" " ডালিমক নাখলা বহে হোঃ
" " বোৰেকৰ আগতে কান্দি কান্দি কৰে
" " মিছা পানী ঢালা বিয়াহো ।
" " আজি চাৰি দিনে বোহ ঘৰৰ ভিতাৰে
" " শয্যাতে খেল্‌লা ঘিলাহে,
" " চাৰি দিনাৰ লঘোণে চন্দ্ৰাৱতী
" " যেন কেতেকীৰে ডিলা হো
" " আকাশে লম্ভিছে কলৰ হঁৰি পাত
পাতালে লম্ভিছে চুলি হো
অতি চেনেহৰ দৰাৰে স্বামীয়েক
ধুৰে লাহ-বিলাহ কৰি হো ।
যজ্ঞকলৰ গুৰিত মাই আছে ধৰি
ধুৰৰ ধুৰৰ বুলিহো,
চৰে গেল চুটিয়া, বেলি গেল ভাটিয়া
কেথেনে ধুৰিবি আই হো
আকাশৰে পৰা ভিমা ভাঙি পৰে
আছে জলধাৰে বৈ হো ।
সেই জল ধৰি মাইকে ধুৰৰ
যজ্ঞকলৰ গুৰিত থৈ হো ।
মাহো লেত্‌বা, হালধি লেত্‌বা
লেত্‌বা লান্‌দোৰ পানী হো

লেত্‌ৰা খুইৰেক্কে ধুৱবা লাগিছে
গাৱৰে নগৈলা মল হো।
আগতে পুখুৰী, ধুৱহো ভোখুৰী
গাৰে নগৈলা মল হো।
গা ধুই মাইক্কে অইম দেখি নাচই বা
উত্তম বিৰিষকে চাইবা হো।
উত্তম বিৰিষকে হাত মেলিবা
অলপতে পুত্ৰ পাবা হো।
গা ধুই মাই আলাগ নিলাগ কৰে
কি কাপোৰ পিন্ধিবা লাগে হো।
ও দেহি ছাতে শুকোৱা মুঠিতে লুকুৱা
" " সেই কাপোৰ পিন্ধিবা লাগে হো
মায়ে বুই থৈছে সৰু সূতা খিনি
খুইৰে বুই থৈছে তাবি হো
চতুৰী মাইমেক্কে শাৰী খেন বুই আন্‌ছে
দেব তোলা সুৱৰ্ণৰ পাৰী হো।

● (তাবি— দাঁঠৈকৈ খোৱা)

—×—

(২০)

চালত পৰি আতাহ পাৰে ও
পোহনীয়া মইনা হো
সাত দিনা যোগ পাইলা ও

পদ্দ্‌মনি কইনা হো।
চালত পৰি আতাক্ত পাবে ও
পোক্তনীযা টুনী ও
সাত দিনা যোগ পাইলা ও
বযা বোল্‌বো বুলি হো
—×—

(২১)

এক আঠু পানীতে হালা ফুল কুলিছে
ঢেঁকী হেন হৈ আছে ঠাঁৱা হে।
মাজ চত্‌লতে বাজে
গাজীকে নৈঃা বা বাজে
চিলাই থাপ মাৰি নিবোক্তো
চিলাই থাপ মাৰ বাজে
বিৰিয়ত তুলিব বাজে
আতেক বাতিল হবো এ। বাজে আবো·······।
আতেকে বাউলা বাজে
আইবেকে পাগলী বাজে
পাগলা হবো এ। বাজে আবো ····।
—×—

( ২২ )

গাজীক বৈইহ্‌বা দিছে পীৰা
ভোজন কোৰিবা দিছে ভোগ ধানৰ চিৰা।
গাজীক বইহ বা দিছে থল

ভোজন কোৰিবা দিছে তুটি মন হোৰ কল।
ও দেহি গাজীক দিছে মেজ মাইচা
" " আমাক দিছে মাটি হো
" " আমাক লাগ আকাল লাগছে
" " বেন্না বুনৰ আটী হো।
" " কালি গাজীক থৈ আহছু
" " আঠু কাগা কাৰ হো,
" " আজ গাজীক লৈ আইছে
লেহ শেহ কাৰিহো।
আগতে কৈছিলু হেৰে গাজীৰ আইবেক
ও দেহি গাজীকে দিবিনো কিহো,
" " পিঠা পিছু, লাড্ দিছু
" " আৰো দিছ্ পাংস।
" " গাজীক দিচ্চ চিযাৰ বেঞ্চি
" " কেৰাম খেলবা বুলি।
" " কটকু বাঁহৰ তলে
" " জাপা সাই নহ্হালে
" " বিচাৰি আনগৈ ঘৰে হো।
" " দাউৰি যাবাগৈ
" " মায়েকক কৰাগৈ
" " গাজীক বৰি নিবা লাগে হো

— x —

(২৩)

কি জাপাৰ মুৰৰ মালা
ৰ'দ পাই লেছেৰা
নিয়াৰ পাই পাছি ছো
গাজী বোৰ্বা আইছে কুনি ও মোৰ
গাজীৰ মুৰৰ মালা।
আজিও চোট গাজী মোৰ
বৰ দুখ পালা।
মাত খিনি থানাৎ থুম্নং
ও মোৰ কংকাল খিনি সৰু
বতাহতে হালি পৰে মোৰ হৃদৰ ডম্বৰু

— x —

(২৪)

আইছে গাজী ঘোঁৰাতে।
বৈছে গাজী চৰাতে
খবৰ দিছে মামেকে
আইছে গাজী ঘোঁৰাতে।
ও গাজী পিতাম্বৰ
" " দিগাম্বৰ
আতেথেৰ লানদোৰ পানীত
গা চিলান কৰ।

গাৱ চিলান কৰ্লি
হৈবো কি কি
দশটা ৰূপাৰ টাকা
গাজীৰ আগত দি
ও দেহি গাজীক দিছে পীৰা পানী
" " আমাক দিছে মাটি হো
" " আমাক দিছে আটাৰ লাড়ু
" " বেয়া বুনৰ আটি হো।
গাজীৰাম লিকিৰা
খাইছিলি টিকিৰা
পাইছিলি চাহেবৰ ঘোঁৰাহে ৰাম
চাহেবৰ ঘোঁৰাতে দাপনি মাৰিলি
পালি যাই আতেথেৰ চ'ৰা হে ৰাম

—×—

(২৫)

জাপা লো যাওঁ চো এহে
কি এ জাপাৰ সক কাঠি,
জাপা বান্ধে আটি
জাপা যায় নগৰ চাটিহে।
কি চাৱা অলে অলে
বাইৰ তলে তলে
আমাৰ গাজী বাবা লাগ পছু

সুৰুষ সমান জ্বলে।
কি চান্না অলে অলে
কান্ধত চেলেং লৈ
আমাৰ গাজী যাবা লাগছে
সূৰ্য্যৰে সমান হৈ।

—×—

(২৬)

গাজী আইছে ঘোঁৰাই দি
বৰি নিবো চ'ৰাই দি
দানা মালা গলে দিবো
গাজী আইছে ।
আহাৰে কুমাৰৰ চাক
জাপা বৰিবাক লাগি
কুনে দিছে হাক,
বিদায় দিয়া উলটি যাওঁ।

● চ'ৰা—বাহিৰৰ ঘৰ

—×—

(২৭)

কান্দে গাজী বাম গাম থাক লাগে
বাম গাম থাক লাগে
হাত জোৰ কৰি আইবেকক সাথে বাম
কান্দে গাজী বাম ও।
নাকান্দা গাজী বাম, নকৰা শোক বাম বাম

আতে নাঙনা কৰি গঢ়ে দিম তোক ৰাম।
কান্দে গাঙী ৰাম ছাতা লাগে ৰাম ৰাম
মাদেক নাঙ্‌না কে
ছাতা দিম তোক ৰাম।
কান্দে গাঙী ৰাম ও।

— x —

(১৮)

আজি চাৰিদিনে নাই অল কৰিণী
শুনা নাই বক্সাৰ মাত হে
আজি চাৰি দিনে এ’কা খোৱা নাই
ঐ ৰাম আছে ধৰমকে চাইহে।
আজি চাৰি দিনে নাই অল কৰিণী
নাই অল কন্দৰে পাত হে
সেই কথা শুনি মাহেকে দাদেকে
সিওঁ খাৱা নাই ভাত হে

— x —

(২৯)

কঁহি এবাৰ পাত গাঙী
কঁহি এবাৰ পাত
সণাৰ মালা নেদে মেনি
নেমেলিবা হাত।
দিবো দিবো সণাৰ মালা

কাষাৰ চাপি যাৱা
আত্তে দিবো চিকা টাকা
হাৰ গটে লবা।
গাজীৰ হাতত কলম বহী
ৎচৰাতে থানা
গাজীক যদি কিল কৰা
কাৰম জৰিমানা।
ঠিযাই পাৰিলো আম
ঠিযাই মৰিলো বে,
ভাদ্ৰ মাইত্ৰা ৰ'দৰ জাপত
লেৰ্‌লেৰ্‌পা পৰিলা বে।
আহাহে দাৱই কাটা খাব
গাজী ৰাম আৰুছে আমাৰ লগৰী হে
আইবেকৰ জ্বৰ উঠা বুলি।
আহাহে দাৱই কাটা খাব
গাজী ৰাম আহিছে আমাৰ লগৰী হে
আইবেকৰ আগুজ লাগা বোলি।

—+—

(৩০)

জাপাজৰী চিৰি হৰি যাই আনন্দ্‌ কৰিছে।
আলি আলি শাৰী শাৰী চম্পাফুলৰ গাছৰে
জাপাত কৰি গাজী আনছু নাম ধনেশ্বৰ।

গাজী যোৰ্‌বা আইজা কুনি ও মোৰ
গাজীক নেন্‌বি টানি,
আইবে সুধলি কৰি গাজী মোৰ
আইছু গাহন কৰি।
হাত চুখেন লেতাৰ পেতাৰ ও মোৰ
গাজীৰ উঠ্‌বো হাঁহি।
আঁচুসূতা লেৰা কেৰা ও মোৰ
কলা সূতাৰ জৰী,
আইবে সুধলি কৰি গাজী মোৰ
আইছু গাহন কৰি।
ঘিউৰ জৰা চাতি, মাইতেক নিয়া বৰি
ও মোৰ চকুৰি গায়ন বায়ন লৈছে ৰাম।
কাউৰে মধুফল খাই হে ৰাম।
মামেথেক গৈছিলি বাপু
জেল্‌কা লাগা কাঠি
আছেথেক আইছা বাপু
উঠবা খোজা হাতী।

— x —

(৩১)

আজিনো কলিয়া কি কাজে আছে
দুৰন্তে দেখিয়া তাঁতী বই হাঁহে।
আহিছো তাঁতী বই নকচু মই লাজে

মোৰ ৰাধিকাক পাট কাপোৰ লাগে।
দীঘলে কুৰিহাত পথালি চাৰি
সণাৰে কান্নিদি কাটিবি বাটি
কপালত তুলিবি সূৰুজৰ চান্তা
খোপাত তুলিবি পুৰতি ভোটা।
বুকুতে তুলিবি বসুদেৱ পিতা
পিঠিতে তুলিবি নন্দ যশোদা।
সোঁ বাহুত তুলিবি দৈৱকী আই
বাওঁ বাহুত তুলিবি বলভদ্র ভাই
ককালত তুলিবি কৰীয়া মৰীয়া
আঁচুলত তুলিবি নেজাল মৰীয়া।

( ছোৱালীজনীক গা ধুওৱাৰ পিছত কাপোৰ পিন্ধাওতে ৰবনগৰ অঞ্চলৰ ঠায়ে ঠায়ে এই গীতটো গোৱা হয় )

—×—

# বাট বুলনিৰ গীত

( অতি পুৰণি কালৰ পৰাই অসমীয়া সমাজত প্ৰচলিত হৈ অহা বিভিন্ন গীত-মাতবোৰৰ ভিতৰত বাট-বুলনিৰ গীতো অন্যতম। আইসকলে বিভিন্ন তিথি, পৰ্ব উপলক্ষে থান-সত্ৰ, সমূহ দৰ্শন কৰিবলৈ গ'লে ওৰে বাটে এই গীতবোৰ গাই যায়। )

১। ঘোষা— কি এ জগতৰ গুৰু শঙ্কৰ মাধৱ এ।
পদ— ঘাটে নৌকাখনি পিলে জৰা দিলা
নৌকা ডুবু ডুবু কৰে

নৌকা ডুবা দেখি শ্ৰীমন্ত শঙ্কৰে
আপুনি কাণ্ডাৰী ধৰে হৰি এ
নাৱ হেঙুলীয়া বৈঠা হেঙুলীয়া
আৰো হেঙুলীয়া চৈ হৰি এ
চৈৰে তলতে গুৰুজন বহিছে
চকুৰি ভকতক লৈ হৰি এ
আগতে শঙ্কৰ, গুৰে দামোদৰ
মাধৱে হৈলা কাণ্ডাৰী হৰি এ
মধ্যতে বহিলা নাৰদ মহামুনি
বাজদিলা নাৱ সাজি।
ভটিযাই যাওতে শ্ৰীমন্ত শঙ্কৰে
বালিতে লগালে নৌকা
চকুৰি ভকতে চাপৰি ধৰিলা
আপুনি লগালা ঘোষা।
ভটিয়াই যাওঁতে শ্ৰীমন্ত শঙ্কৰে
বালিতে লগালে চাতি হৰি এ
চাতিৰে কাষেদি তেল ঢালি দিয়ে
দুপুৰে ৰজনী বাতি হৰি এ।

২। ঘোষা— পাইলো পাইলো ৰাম গুৰুজনৰ থান গুণৰ
নিধি ৰাম।
পদ— ইকালে জালুৰৈ, সিকালে জালুৱৈ
মাজেদি বৈ যাই নৈ হৰি এ।
শ্ৰীমন্ত শঙ্কৰে গাৱ চিন্তাম কৰে

সোণৰে কলসী লৈ হৰি এ।
দণ্ডবকুইছাৰ চক সবাণ্ডকৈ সক
একমুঠি সলিখা ধৰে হৰি এ
শ্ৰীগুৰু শঙ্কৰে অথমুঠি বহৈ
উতলি উতলি পৰে হৰি এ।
তুমিতো গুলালা বৈকুণ্ঠকে যাবা
আমিও মৰিবো কান্দি।
ৰাঙা চৰণৰ দুপাটি খৰমে
থাকিব হিযাতে বান্ধি।

৩। ঘোষা— মহাপ্ৰভু এ ওৰে দয়ালু ৰাম
কত ভাগ্যে হৈলু দৰশন।

পদ— আত অনন্তৰে সাধুজন শুনা কথাহে
গৈলন্ত মথুৰা দাসে মাধৱৰ তথা।
তাহান্ত মাধৱদেৱে পুনু পুছিলন্ত,
ভালে আছে কামৰূপে সমস্ত ভকত।
তাহান্ত মাধৱদেৱে দুনাই পুচিলন্তকে,
বৰপেটা থানে কত ভকত আছন্ত।
জনকুৰি ত্ৰিশ শ মানে ভকত আছয়
তাহান্ত মাধৱদেৱে পুনঃ পুছিলন্ত।
চৌদ্দয় প্ৰসঙ্গ কৃষ্ণ কথা হুইনুই এ,
কহিলা মথুৰা দাসে কৃষ্ণ কথা দুই।
সজ সজ ইটো থান মথুৰা নেৰিবাহে
আমাৰ প্ৰসাদে তুমি ভয় নকৰিবা।

৪। ও হৰি সেৱাচুৰ বুলি নধৰিবা দোষ
ইবাৰ ক্ষমা কৰা মোক
৫। জয় এ ৰাম পতিতে
পতিতে ডাকৈ ৰাম
পৰম আনন্দ মনে।
৬। পতি পুত্ৰ এৰি তোমাকে ভজি'লা
যাওঁ কোন সতে এৰি
৭। আমি যে গৈছিলু বৃন্দাবনকে
গকুলে নচলে ভাৰ
৮। দযাৰ কানাই এ
লোক দেখো বগুলা ৰৰণ হে
৯। আহিকে দেখিলু কীৰ্ত্তন ঘৰৰ কাঠি
তাতে নাগেশ্বৰৰ খুটা
১০। করুণা ৰাখো ৰাখো প্ৰাণ,
নেৰো হৰি চৰণ তোমাৰ।
১১। করুণা হৰি আছো আমি চৰণতে ধৰি
নিয়া হৰি আমাকে উদ্ধাৰি।
১২। যাদৱ এ মাধৱ ৰাম
দিয়া দেখা হৰি কৰো প্ৰণাম।
১৩। যাদৱ এ নাৰাৰা এৰি
গোপিনীৰ লগতে আছিছে হৰি।
১৪। শঙ্কৰ মাধৱে এ ভৈলা অৱতাৰ

ইবাৰ কৰিয়ো প্ৰভু জগত উদ্ধাৰ।

১৫। বনে পঠাইলা ৰামক, কৈকেয়ী

১৬। ৰামানন্দ এ ও নিজ পুত্ৰ তুমি
বৈকুণ্ঠক যাই পিতে সৰ্বছ লোবা খুজি।

১৭। কুসুম্বৰ ঘৰে ও সত্যানন্দাৰ উদৰ
শঙ্কৰদেৱ অৱতাৰ ৰাম হবে।

( ওপৰত উল্লেখ কৰা ঘোষা সমূহত দশম কীৰ্ত্তন ঘোষা, নামঘোষাত থকা বিভিন্ন পদৰ লগতে ৰামায়ণ, মহাভাৰত, পুৰাণ, গুৰু চৰিত আদিৰ বিভিন্ন কাহিনীৰ ভেটিত প্ৰচলিত মুখ পৰম্পৰা ৰূপে চলি থকা গীতবোৰও গায়।)

## তুলসীৰ নাম

( ১ )

ও আনিলা তুলসী প্ৰভু এ
ঐ ৰাম ৰাম মনুষ্যৰ নগৰে
ঐ আনিলা তুলসী প্ৰভু
ৰাম গদাধৰে। ও আনিলা .. .. ..
হে কালা তুলসীৰে ও
ঐ ৰাম ৰাম চিৰোলিয়া ..।
কি দিয়া পুজিম গছে
চিৰি জগন্নাথ॥ ও আনিলা .. ....।
হে ইয়ো তুলসীৰ গুটি আৰো
সিয়ো ৰাজ্যত নাই.

ও সিয়ো তুলসীৰ গুটি আছে
ৰাম ৰাজাৰ ঠাই। ও আনিলা ... ..।
হে সিয়ো তুলসীৰ গুটি আৰো
ই ৰাজ্যতে নাই
সাগৰতো সেতু বান্ধি
আনিলা গোঁসাই। ও আনিলা .. ..।
ভাল মন্দ বুলি আমি ও
ঐ ৰাম ৰাম নিচিন্তিলো আৰে,
ও পুৰা বেইলা উঠি গছ
জুৰিলাক হালে। ও আনিলা . ..।
হে আগৰ চাৰি ভাল পাত ও
ঐ ৰাম ৰাম পাছৰ চাৰি বৈ
ও তুলসী গাজিয়া উঠিল
দুযো পাত হৈ। ও আনিলা .. ...।
হে এক পাত দুযো পাত
ঐ ৰাম ৰাম হৈলা চাৰ পাত
ৰাম চন্দ্ৰই ভিৰ্‌ভা খুন্দি
বান্ধিলেক তাৰ। ও আনিলা ... ..।
আগদুৱাৰে কইলা তুলসী ও
ঐ ৰাম ৰাম ওলাই সোমাই দেখে
তাৰ সাতামপিৰি আৰো
থাকে পৰম সুখে। ও আনিলা ।

হে পাচ দুৱাৰে ৰুইলা তুলসী
ঐ ৰাম ৰাম পৰে ধৰ্লা চাঁই,
তাৰো সাতামপিাৰ আৰো
নৰককে যাই। ও আনিলা •• ।
হে ৰামে ৰুৱা তুলসীতে ও
ঐ ৰাম ৰাম লক্ষণে ঢালে পানী
চান গোবৰ দি মুচ আনে
ৰামৰে ঘৰোণী। ও আনিলা ।
ইনামে যতনে তুলসী ও
ঐ ৰাম ৰাম নৰিহা যায় —
মাথাত কৰিহা তুলসী
সাগৰে ভাসাই। ও আনিলা . ।

● ভিৰ্হা— ভেটি, ইনাম— ইমান।

— x —

( ২ )

নাযং গয়া নাযং বানাৰসী
ও তাতে বৰি নাম লো
দুৱাৰে তুলসী।
ইনামে যতনে তুলসী ও
মৰিগা আৰো যাই
মাথাত কৰিহা তুলসী
সাগৰে ভাহায়।

হে উঠি ডুবি কৰি তুলসী
কাষাৰ চাপি যায়,
ও চিলান কৰন্তে বামুণে লাগাল পায়।
হে তুমি তুলসী আছিলিহি
ৰাম ৰাজাৰ ঘাৰ,
কি কাৰণে তুমি তুলসী
ভাহিলা সাগৰে।
সিযো ৰাম ৰাজাই মোক
কৰিছে পতি যতি
ও সাগৰে ভাহিছোঁ মই
মৰিবাক লগি।
হে চিলান কৰন্তে বামুণে
তুলি থৈলা কৰে
গা পা ধুই বামুণে
তুলি আনলা ঘৰে।
তুলসী কই দিলা
গছেৰ থানে থানে
সিয়ো তুলসী হৈ গেল
ৰাজ্য বিদ্যমানে।
বৰ বৰ গিৰি গিলাই
তুলসীক কৰে দান
গোলাত বাটে শক শিলা

ভাখ্ৰীত বাঢে ধান।
কালা কালা তুলসীৰে
বগা আৰো জাতি
ও তাহাৰ তলত্তে গজে
খপে এক ৰাতি।
আহিন কাতি পৰিলি
তুলসীৰ গুৰিত মাটি,
আকাশৰে ৰাম চন্দ্ৰই
তুলি ধৰে চাকি।

— x —

( ৩ )

তুলসী আনিলা প্ৰভু ৰাম গদাধৰে।
তুলসী আহিলা প্ৰভু মনুষ্য নগৰে॥
প্ৰথমে বৃন্দাসতী হৈ গৈল পাত
প্ৰথমত্তে জন্মিলা শিৱৰ মাথাত।
গঙ্গায়ে বোলন্ত প্ৰভু শুনা শিৱৰায়
আজি দেখোন তযু শিৰত কিবা গোন্ধ পাই।
ৰাম গঙ্গাৰ বচনে জঁটা ঝাৰে পশু পতি,
ঝাৰিলা মাত্ৰকে গোন্ধে মোহে বসুমতী হৰি এ
ৰাম— জঁটাকে ঝাৰিলা দেখি পৰিলা মহিত
অতি বিত্তোপন গছে হৈলা পৃথিৱীত,
ৰাম— আচম্বিত গাছ হৈলা শিৱৰ ওচৰে

নিৰীক্ষে চাইলা শিৰে চিনিতে নাপাৰে।
ৰাম— ধ্যান কৰি জানিলাহা কৃষ্ণৰ চৰিত্ৰ
তুলসী কৰিয়া স্ৰজিলাহা পৃথিৱীত।

— x —

( ৪ )

তুলসী, তুলসী কাল তুলসী
পাতে জকোমকো কৰে
নামে জকোমকা গোপিনী সকলে
গা ঢালি ঢালি পৰে।
ৰামে কৰে তুলসী ভেলি
লক্ষণে ঢালে পানী
চান গোবৰ দি মাচি আনে
সীতা আই গোঁসানী।
কাৰ ঘৰৰ জীয়াৰী আই তই
কোন ঘৰৰ বোঁৱাৰী,
ও জনেক ৰজাৰ মই প্ৰথম জীয়াৰী।
দশৰথ ৰাজাৰ মই
প্ৰথম বোৱাৰী,
মোৰ কৰি অভাগিনী
নাই কলঙ্কিনী।
তুলসী বোলন্ত মোৰ
সক সক পুলি

মহন্ত সকলে মোক
মাথাত লয়ে তুলি।
তুলসী বোলন্ত মোৰ সৰু সৰু পাত
মহন্ত সকলে মোক কৰে জোৰ হাত।
তুলসী বোলন্ত মোৰ মোৰ বৰ্ণ কলা
মহন্ত সকলে মোৰ গাঁঠি লয়ে মালা।
ভাংনি— তুলসীৰ তলে ভোমোৰাই গুঞ্জৰে
গন্ধে মৈৰা চালি ধৰে ও ৰাম ৰাম।
আগতে দেখি আই তুলসীৰ উঠি মুখ দেখে
সাত সাত পুৰুষ তাৰে পৰম সুখে।
পাছৰ দেখি তুলসী পৰে ধূলা ছাঁই
সাত সাত পুৰুষ তাৰ নৰকক যাই হে ৰাম।
যিজনে তুলসী চিঙে, চিঙে পাতক পাতে
সাত সাত পুৰুষ তাৰ থাকে বৈকুণ্ঠতে।
যিজনে তুলসী চিঙে চিঙে চুচা মাৰি ও ৰাম ৰাম
সাত সাত পুৰুষ তাৰ নৰককে যাই।
তিথিৰ মধ্যে বন্দী হৈছে আই একাদশী
নামৰ মধ্যে বন্দী হৈছে আই তুলসী।
মৰি গেইছে আই তুলসী ফেলবাৰ নাপং ঠাই
নখৰ ঘাঁয়ত মৰি গৈইছে তুলসী আই।

—x—

( ৫ )

কাল তুলসী এ এ চিৰলীয়া পাত
বেহে আইহ্‌লু আমি ম ৰাৰ ঘাট। কাল ...
ব্ৰহ্মাই বলে গঙ্গা তুমি জিজ্ঞাসা কৰিলা
বিষ্ণু হেন তুলসীক স্বৰূপে জানিবা।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ যাৰ থাকে তলে
যাৰ জল প্ৰাণে জীৱ তৰয় সকলে।
লক্ষ গাভী দান কৰ্‌লি যি ফল পাৱে
এক পত্ৰ তুলসীয়ে হোৱে সমূদায়ে।
তুলসী কলেও সব ধৰ্ম ফল পাই
পাপত মুক্কাত হুই স্বৰ্গে চলি যাই।
তুলসীক বিজনে বাচেক অটা কৰে
সিজনৰ ওচৰক যম নাহে ডৰে।

ভাঙনি— হাতে লো কৰন্তি
মাথে লো মালা।
কলিযুগে তুলসী জনে হৰিৰ নাম
হৰিৰ তুলসী প্ৰিয় হৈলা পুণ্যকাম।
তুলসী দানত তুষ্ট হোৱাবে নাৰায়ণ
এনেনো দুৰ্লভ ধন হৰিৰ কীৰ্ত্তন।
ব্ৰহ্মাই কয় তুলসীৰ মহিমা গঙ্গাতে
হৰি বাক্যত জন্মি আছে শিৰবে মাথাতে।
ভাঙনি - তুলসী হৰণ হৰি এ নাৰায়ণহে ॥

কাতি মাহত তুলসীৰ গুৰে গুৰে চাতি
আকাশতে শ্ৰীৰামচন্দ্ৰই লগে থৈছে বাতি
দুয়াৰে ভাঙিলা দ্বন্দ্ব ব্ৰহ্মা প্ৰজাপতি
বন্দল এৰিযা দুয়ো ভৈলা মিত্ৰৱতী।
গঙ্গা তুলসীয়ে দুয়ো একপ্ৰাণ ভৈলা
পৰম আনন্দে হৰে দুযোকো আশ্বাসিলা
ত্ৰিদশ দেৱতা সবে একচিত্তে শুনে
তাৰো পাপ লুপ্ত হয ভগীৰথে ভনে।

— x —

( ৬ )

আহিন কাতিৰ তুলসীৰে ও অৰে গুৰে তুলে মাটি
আকাশৰে দেৱগণে তুলা ধৰে চাতি।
ও- ইয়ো তুলসীৰ গুটি আৰো ও
এ এই ৰাজ্যতে নাই
সিয়ো তুলসীৰ গুটি আছে
ৰাম ৰজাৰ ঠাই।
সাত দিনে সাত ৰাতি
তুলসীৰ গুটি বিচাৰে,
সিয়ো তুলসীৰ গুটি আছে
ৰাম ৰজাৰ ঘৰে।
ভাল মন্দ বুলি আৰো
নিৰ্মিলা আৰে,

বিহানে উঠিয়া গছে
ঝালখিনি জুৰে।
আগৰ চাহ ঝাল পাত
পাছৰ চাহত থৈ
সিও তুলসী গজি উঠিল
দুটি পাত হৈ।
ৰামে কৰা তুলসী ডেলিত
লক্ষণে ঢালে পানী
মাটি গোবৰ দিযা মুচে
সীতা গোঁসানী।
ইমান যতন কৰি তুলসী গেল মৰি
মাথাত তুলিয়া নি সাগৰে ভাসালি।
তুমিতো আছিলা তুলসী ৰাম ৰাজাৰ ঘৰে
কি কাৰণে ভাহি আইছা সাগৰে পাৰে।
ৰাম লক্ষণে কৰছে পৰম পতি
সাগৰে ভাসিছোঁ আমি মৰিবাক লাগি
ভাল পাই তুলসী উঠি ডুবি কৰে
চিনান কৰন্তে বামুণেও লাগাল পাই।
গা পাই ধুই বামুণ তুলি থৈলা তবে
মাথাত কৰিয়া নিলা গছেৰ থানে।
সিয়ো তুলসী কই দিল গছেৰ থানে থানে
সিয়ো তুলসী হৈ গেল ৰাজ বিদ্যামানে।

— x —

( ৭ )

এ কাল তুলসী এ নাযায়ো চাৰিয়া
ও দেৱকার্য্য পিতৃ কার্য্য থাকিবো পৰিযা।
আঙা আঙা তুলসী মনুষ্য দিবো ঠাই,
তুমি নাথাকিলে আমাৰ কোনো কার্য নাই।
ভাসি গৈলা তুলসী মথুৰাৰ ঘাটে—
চতুর্ভূজী নাৰাযণে তুলি আনে হাতে।
পুনৰূপী তুলসীক থাপনা কৰিলা
কাতি মাহত নৰ্ নগৰে্য পূজা পাতিলা।
তুলসীৰ তলে গোপীসৱে নাম ধৰে
হালি জালি আকাশবাতি জক্ মক্ কৰে।

—×—

( ৮ )

তুলসীৰ ওপৰে ভোমোৰাই গুঞ্জৰে
গোসাই মৈৰাৰ চালি ধৰে ঐ ৰাম ৰাম।
কাতি মাহত তুলসীৰ গুৰে দেই মাটি,
আকাশত ৰামচন্দ্ৰই তুলি ধৰে বাতি।
কাতি মাহত তুলসীৰ গুৰে ধৰে নাম
আকাশৰে সাত পুৰুষৰ পুৰে মনস্কাম।
কাতি মাহত তুলসী ৰ গুৰে ধৰে নাম
খণ্ডোক দুর্গতি সবে বোলা ৰাম ৰাম।

—+—

( ৯ )

ঘোষা— তুলসী চৰিত্ৰ কথা ৰাম হৰি এ হে ।

পদ— শিৱয় বোলয় গঙ্গা তুমি জিজ্ঞাসা কৰিবা
লক্ষ্মী যেন তুলসীক স্বৰূপে জানিবা ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ থাকয় যাৰ তলে
যাৰ জল পাতে তুষ্ট হোৱা নাৰায়ণে ।
হোম যজ্ঞ পূজা তপ আছে যত মান
এক পাত তুলসীৰ নুহিকে সমান ।
লক্ষ ধেনু দান কৰি যিটো ফল পায়
একপাত তুলসীতে হোৱে সমুদায় ।
তুলসীক থৈলা নিয়া বৃন্দাবনৰ মাজে
পিতৃ সত্য পালি ৰামে লৈ গৈলা বনমাজে ।
দণ্ডকা বনত ৰামে যাই লৈলা ঠাই
বৃন্দাবনৰ কাল তুলসীক আনিলা নমাই ।
ৰামে কৰে কাল তুলসী লক্ষণে ঢালে পানী
স্থান গোবৰ দিয়া মুচে সীতা গোসানী,
চাম গোবৰ দিয়া সীতাই মুচে দিনে দিনে
কাল তুলসীয়ে সীতা দেৱীৰ পৰিচয় সোধে
অপৰূপা দেখো তোক
ও আই দিয়া পৰিচয় মোক
কাৰ ঘৰৰ জীয়াৰী আই তই কাহাৰ বোৱাৰী
কাহাৰ ঘৰৰ নিজ নাৰী দিয়া পৰিচয়
সীতাই বোলন্ত মোৰ কিবা সুধা পৰিচয়
মোৰ সম পাপমতী সংসৰতে নাই ।
ৰজাৰ জীয়াৰী মই ৰাজাৰ বোৱাৰী
জনক ৰাজাৰ মই চেনেহৰ জীয়াৰী

দশৰথ ৰাজাৰ মই প্ৰথমা বোৱাৰী
পিতৃ সত্য পালি মই হৈলো বনবাসী
ৰামচন্দ্ৰৰ ভাৰ্য্যা মই লক্ষ্মণ হোৱে দেওৰ
কৌশল্যা শাহু আই আছে অযোধ্যা নগৰ,
তুলসী বোলন্ত মই পালো পৰিচয়
তোমাৰ গৃহত আসি মই লৈলু ঠাই।
অতি শুদ্ধ মতি মই আলস্কুৱা নাৰী
সদায় ৰাখিবা মোক ভাল ঠাই কৰি
যিটো জনে মোৰ পত্ৰ টেপা মাৰি তোলে
পুত্ৰ পৰিবাৰে সবে জয় জয় কৰে।
যিটো জনে মোৰ গাত নখৰ লগায় ঘাঁৱ
শত শত পুৰুষ তাহাৰ হৈ যায় নাশ।
আগফালে তুলসী ৰবা পুৱা দেখিবা মুখ
খণ্ডয় দুৰ্গতি তাহাৰ হোৱে পৰম সুখ।
পাছফালে তুলসী ৰলে পৰে ধুলা ছাঁই
শত শত পুৰুষ তাহাৰ নৰকলৈ যায়।
বিধিৰ নিবন্ধ দেখা খণ্ডন নাযায়
সীতাৰ নখৰ ঘাঁ লাগি তুলসী মৰি যায়।
ৰামক চাহিয়া সীতাই লাগে কহিবাক
নখৰ ঘাঁ লাগি তুলসী মৰিলাক।

( ১০ )

দিহা— মৰি গেল তুলসী এ সৰি গেল পাত
তাকে দেখি সীতা দেৱী লাগে কান্দিবাক।
পদ— মাথাত তুলসী লৈয়া ৰামে গঙ্গাত উটাইলা
ৰামে বোলে কি কৰিলি জনক ৰাজাৰ জীয়া।
দশ নখৰ ঘাঁ লাগি তুলসী মৰি গৈলা

মহা শোকে তুলসীক মাথাত তুলি লৈলা।
পিছে পিছে লক্ষণে শঙ্খৰ ধ্বনি দি গৈলা
গঙ্গাত পৰিয়া তুলসী উজনি মুখে গৈলা।
তাহাক দেখিয়া ৰাম শোকাকুল মন।
চতুৰ্ভূজ নাৰায়ণে হাসি মনে মনে।

—x—

## উপনয়ন বা লগুন দিয়নীৰ গীত—

(১)

সণাৰ তিনি কড়া কড়ি,
ও মোৰ ৰূপাৰ তিনি কড়া কড়ি
বৰৰে মায়েকে পানী তুল্‌বা লাগছে
হস্তীৰ গমন ধৰি॥
ৰাধেও কাটেৰি ধৰিবা টানি
জলভৰি ৰাধিকা মিছা নামাতিবা
কি দৰত কিনিলা পানী,
আমি ও লগৰী জানো ভাল কৰি
কানাক দি আহিলা ভেটি॥
ও দেহি কেহেনি কৈছিলু
হেৰে বাপুৰ পিতেক,
ও দেহি ও ঠাককে চাচিবা আলিহো,
" ", আমি যে গৈছিলু পানী তুলিবাকে
" " বিচাৰি নাপালো আলি হো।
" " আলি বিচ্‌ৰতে, ৰাস্তা বিচ্‌ৰতে
" " সুৰ্‌কিলাৰ বাঙালীৰ বাৰী হো॥
" " নদীৰে সিপাৰে ধঙা ধঙা দেখু

" " কোনে অন্ন ৰান্ধি খাই ও,
" " আমাৰ ৰাধেও ৰাট বুলি আহিছে
" " কাষাৰ কৰি থৱা হাতী হো।

● ঠাকেক— ধুনীযাকৈ, সুৰ.কিলা— সোমাল।

( ২ )

কৰচীযাই মাতে হৰি ও কৰচ কৰচ কৰি
বৰ ঘৰতে হিলে মাৰি ওলাল পটেশ্বৰী।
ৰাম ৰাম হাতে চাতি লৈ,
" " ওলালা দৈবকী
" " জলকে কামনা কৰিহে।
" " পঞ্চ আয়তী
" " পঞ্চ টেকেলি,
" " ৰাপুৰ লগুণদেনীৰ পানীহে॥
" " অতি সুমঙ্গলে,
" " তুলি লৈ আহাগৈ,
" " আঞ্চলে আনিবা ঢাকিহে।
" " গঙ্গাৰ জল আনিছোঁ,
" " গয়াৰ জল আনিছোঁ,
" " আবেলি পৰতে,
" " বোপাকে ধুৱাব,
" " অষ্ট টেকেলি ঢাকিহে॥
" " অষ্ট টেকেলি,
" " নৱ বৰণে,
" " মাৰাই ধুৱাব ঢাকিহে।
" " মাৰাৰ আছিলা,
" " মৰমৰে লৰা,

ৰাম ৰাম ভনি লগুণ লবা আজিহে ॥
" " আবেলি পৰতে,
" " যজ্ঞ সূত্ৰ লবা,
" " ঋষি সকলকে মাতিছে ।
" " বাপাই লগুণ লবো,
" " আশীৰ্ব্বাদ দিবো,
" " ৰাখিবো খৰগত ভৰিহে ॥
" " একে ডালি পালাহ্,
" " লবা ব্ৰহ্মচাৰী,
" " একে ডাল শমিধ লোৱাহে ।
" " দাড়িব নোৱাৰি,
" " বটু ব্ৰহ্মচাৰী,
" " পিতেৰে কাষতে থৱাহে ॥
" " মৰমৰ পুৰোহিত,
" " তেওঁ যে কৰে হিত,
" " থাকা চৰণতে ধৰিহে ।
" " কায়বাক্য মনে,
" " গায়ত্ৰী জপিবা,
" " গুৰুৰে আজ্ঞাকে ধৰিহে ॥
" " বাপু শ্ৰীহৰি,
" " খৰমতে ভৰি,
" " যোল্ল খোজ কাটিব লাগেহে ।
" " তোমাৰে লগুণত,
" " সবাৰে আঙুঠি,
" " মামে পঠৈ ভাগে ভাগেহে ॥

● পালাহ্ — পলাশ ।

— × —

( ৩ )

বাপুই হালে জালে ও ৰাম জানকী
আৰলি বতাহে ও ৰাম জানকী
লফা হালে জালে পাতে ৰাম জানকী
ডালিমৰ ফুল যেন আমাৰ বাপুক দেখি।
চাযেনাৰ তলতে ও ৰাম জানকী
বন্তি জ্বলিছে ও ৰাম জানকী
লগৈছে সহস্র গছা ৰাম জানকী
ডালিমৰ ।
সোণৰ খুটি গছা ও ৰাম জানকী
কলত ধৰি আছা ও ৰাম জানকী
মাযেএ ধুবাব বোলি ৰাম জানকী
ডালিমৰ ··· ।
তোমাৰো মাযেও ও ৰাম জানকী
কিনো অপৰাধী ও ৰাম জানকী
ধুৰবাকে অলে নাহে ৰাম জানকী
ডালিমৰ ফুল ··· · ।
বাপুথেৰ পাক্ ঘৰত ও ৰাম জানকী
ভাতৰে খিচাৰি ও ৰাম জানকী
মায়েক বহি আছে তাতে ৰাম জানকী
ডালিমৰ কলি ।
বাপুৰে মায়েকে ও ৰাম জানকী
অলে আইহ্ বা নাৰ ও ৰাম জানকী
মেখেলা বিচাৰি নাপে ৰাম জানকী
ডালিমৰ ফুল ·· ।
গা ধুই উঠিছে ও ৰাম জানকী

দাদেকক মাতিলা ও ৰাম জানকী
ফুলৰ মালা তেল আনা ৰাম জানকী
ডালিমৰ ফুল ।
তোমাৰ পিতেও ও ৰাম জানকী
মালা গাঁঠি থৈছে ও ৰাম জানকী
সেই মালা মূৰতে লৱা ৰাম জানকী
ডালিমৰ ফুল ।
গা ধুই বাপুযে ও ৰাম জানকী
মাযেকক সুধিলা ও ৰাম জানকী
কিদৰে পিঙ্কিম ফটাহে ৰাম জানকী
ডালিমৰ ।
তোমাৰ পিতেহে ও ৰাম জানকী
ফটাৰ অধিকাৰী ও ৰাম জানকী
ফটাতে তুলিব লতাহে ৰাম জানকী
ডালিমৰ ফুল ... .. ।

● ফটা— ফোঁটা ।

—×—

( ৪ )

কি পূজা কৰে অৰুণ চধেৰী
বৰুণৰ পীৰাতে উঠিহে ।
বসুন্ধৰা পূজা কৰে নাৰায়ণে
ঋষি সমাজকে মাতিছে ।
বসুন্ধৰা পূজা কৰে, দক্ষিণতে পিঠি,
বসুন্ধৰা পূজা কৰে বৰ পীৰাতে উঠি ।
বাৰীৰে বগৰী আউ্লাৰ পিঠা গুড়ি
বসুন্ধৰা পূজে ষোল্ল ভেইগা কৰি ।

গোবৰ্দ্ধনক কৰে পূজা, ইন্দ্ৰক নুপূজিলা
সেই কাৰণে ইন্দ্ৰৰাজে, সাথ বৰাষলা।
সাত দিন সাত ৰাতি সাথ বৰষিলা
নাৰায়ণে গোবৰ্দ্ধন বাম কৰে লৈলা।
ইন্দ্ৰক নুপূজি নন্দই গোবৰ্দ্ধন পূজে
বসুন্ধৰা পূজাখিনি থৱা ভাগে ভাগে।

● সাথ— নেৰানেপেৰা বৰষুণ।

—+—

( ৫ )

জগত জননী মাতা বসুমতী আই
যজ্ঞ কৰিবাক লাগি দিয়া মোক ঠাই।
জগত জননী মাতৃ আই বসুমতী
যজ্ঞ কৰিবাক লাগ দিয়া অনুমতি।
হৰি মোৰ বটু ব্ৰহ্মচাৰী
" " পিতেৰ আজ্ঞাকাৰি,
" " নাষবা বৈৰাগী হৈ হে।
" আজি তোমাৰ পিতে
" " কিবা যজ্ঞ কৰে
" " ঋষি সকলকে লৈ হে।
" " হোমৰ জুই কুৰা
" " আকাশে লম্ভিলা
" " চাইনা ফালি দিয়া যাই হে।
" " হোমৰ জুইৰ তাপে
" " কয়াবুন কঁপে
" " ৰাইজে আছা ঐ চাইহে॥
" " আজি দেৱগণে,

হৰি মোৰ জয় জয় কৰে,
" " বৰষিলা পুষ্পৰ মালাহে।
" " আজি বাপুৰ ঘৰে,
" " মিলে সুমঙ্গলে,
" " ধৰ্ম্ম ধৰি লগুণ দিলাহে।
" " বৃদ্ধ নন্দ ৰাজাই
" " কিবা পূণ্যৰ বলে
" " তোমাক পালে পুত্ৰ ৰূপেহে,
" " কৃষ্ণ যদুমণি,
" " মাযেৰ চকুৰ মণি,
" " থাকিবা মাযেৰ কাষতে।

—x—

(৬)

ও বাপা শঙ্কৰ
পিন্ধে লগুণ দিবো,
লোৱা, বোপা শঙ্কৰ ॥
হাতজুৰ কৰি— ও বাপা শঙ্কৰ
ব্ৰহ্ম আজ্ঞা ধৰি " " "
ব্ৰাহ্মণৰ বেদ বচনে বাপা শংকৰ
পিতে ·· ॥
নৱগ্ৰহ আহি ও বাপা শঙ্কৰ
চন্দ্ৰ সূৰ্য্য সাক্ষী ও বাপা শঙ্কৰ
সবেও হোইলা সাক্ষী বাপা শঙ্কৰ
পিতে— — ।
নন্দেৰ ঘৰত ও বাপা শঙ্কৰ
আছিলা যাদু " " "

খাইছিলা টেঙা দৈ বাপা শঙ্কৰ
পিতে ।
সেই কাৰণে ও বাপা শংকৰ
পিতে বান্ধে " " "
কুশৰ জৰী লৈ বাপা শঙ্কৰ
পিতে ।

— × —

( ৭ )

ঘোষা— অৰণ্যৰ কুশ আনি লেখাই সাজিলা,
নিদাৰুণী পিতে তোমাৰ ককালে বান্ধিলা
পদ— দশৰথে বোলে ঋষি চৰণতে ধৰো ।
ৰাম লক্ষ্মণক মই যাব দিবা নোক ॥
বিশ্বামিত্র মুনি বোলে শুনা মহাদৈ ।
ৰামেহে ৰাখিবো যজ্ঞ জানিলো নিশ্চয় ॥
যজ্ঞ ৰাখিম, ৰাক্ষস বধিম জানিবা নিশ্চয় ।
ৰামে বলে পিতৃ তুমি নকৰিবা ভয় ।

— × —

( ৮ )

ঘূৰে ৰাজা ঘূৰে প্ৰজা
ও মোৰ ঘূৰে কি কাৰণে ।
ঘূৰিবা লাগিছে বাপাই
ও মোৰ লগুণৰ কাৰণে ।
ঘূৰিবা লাগিছে আমাৰ চানা বাপু
ঐ ৰাম ঘূৰিবা লাগিছে কুনি
ওচৰতে আছে গুৰু পুৰোহিত
ঐ ৰাম বেদৰে ধ্বনিকে শুনি ॥

ঘৰিবা লাগিছে আমাৰ চানা বাপু
ঐ ৰাম জলৰ অঞ্জলি লৈ ।
ওচৰত আছে মৰমৰ পিতেকে
ঐ ৰাম লগুণৰ কাৰণ হৈ ।

( ৯ )

লগুণ লোৱা লগুণ লোৱা এ
বোপা বনমালা ।
ধৰ্ম্ম কৰি লগুণ লোৱা
অঞ্জলি চৰালি ॥
পিতে দিয়া লগুণ বাপা এ
সেৱা কৰি লবা ।
গুৰুই দিয়া লগুণ বাপা
হাতজোৰ কৰা ॥
এক দণ্ড দুই দণ্ড এ
নৱ দণ্ড আছে ।
নৱ দণ্ড গুৰুই দিলা
বৃহস্পতি পাছে ॥
এক দুই কৰি বাপুই এ
ঘূৰিবা লাগিলা ।
ষোল্ল খোজত ব্ৰহ্মচাৰী
লগুণকে ললা ॥
পিতে দিয়া লগুণ বাপা এ
হাতত তুলি লবা ।
চন্দ্ৰ সূৰ্য্যক সাক্ষী কৰি
প্ৰণাম জনোৱা ॥
চন্দ্ৰই দিলা লগুণ বাপা এ

গুৰুই দিলা আনি ।
নব গ্ৰহই লগুণ দিলা
গুণকে বখানি ॥

— × —

( ১০ )

এ বাপু ব্ৰহ্মচাৰী ও খৰমতে ভৰি
এ নাযবা বৈৰাগী হৈ এ ॥
ও বাপু মইনা আনি দিম কইনা
নাযবা বৈৰাগী হৈ এ ॥
ও বাপু ঋষিগণে আগবাটি যাই
আনিবো পিতাকে ধৰি এ ।
মূৰে ছাতা ধৰি, যোৱা খৰ কৰি
পিতাকে আনিবো ধৰিহে ।
ও আহা বাপা বৈৰাগী নহবা
তোকে পোহৰম আমিহে ।

● পোহৰম— পচুৰাম ।

— × —

( ১১ )

ভিক্ষা মাগিলোৰে, ওৰে হাতে কুশ ধৰি ।
তোমাৰ পুত্ৰই ভিক্ষা মাগে অতি শীঘ্ৰ কৰি
ভিক্ষা দেহ ভিক্ষা দেহ মাতৃক খোজে অন্ন ।
মৰম কৰি ভিক্ষা দেই চিৰদিনৰ কাৰণ ॥
আজি নহয় কালি নহয়, দিনে বাঢে গুণ
লগুণৰ কাৰণে ভিক্ষা আছে বত্ৰিশ গুণ ।

— × —

( ১২ )

চাকা আহে ৰাঙা পৰি এ

পেটে লাগে ভুখ ।
ঘূৰি ঘূৰি চায়ে বাপুই
মায়েকৰে মুখ ॥
নন্দৰ ঘৰৰ যাম্ভ তুমি
ধেনু চাৰ্বা যাবা
ধেনু চাৰি আহি বাপা
ফল ভাগে খাবা ॥
কি চাই আছা বাপুৰ মায়েক
লগুণ দিয়া নাই ।
বাৰ বছৰৰ কথা আজি
ভাবি পোৱা নাই ॥
ব্ৰহ্মচাৰী হ'লা বাপু
ব্ৰহ্মচাৰী হ'লা ।
বাৰ বছৰৰ লগুণ বাপা
পন্‌ৰ বছৰোত ললা ॥
লগুণ ললা বাপা তুমি
কান্ধত অল্‌মে থোৱা
মায়েৰ কালৰ মেথ্‌লা বাপা
বগৰীতে থোৱা ॥
যোপাই গলত লগুণ ললা
শুচি হলা আজি ।
তোমাৰ জন্মৰ আছজ
মায়েৰ গেল আজি ॥

● পন্‌ৰ বছৰোত— পোন্ধৰ বছৰত, অল্‌মে— ওলোমাই

—+—

( ১৩ )

ইখেন চায়না পাত্‌ছে কুনি ও সখাম্বৰ ।
ও ফুলা জুলা কৰি ৰামো শ্যাম বৰণ ॥
তাৰে তলত পূজা কৰে ও সখাম্বৰ ।
কাৰে সণামুৱা ৰামো শ্যাম বৰণ

—+—

( ১৪ )

বাপুখেৰ বাৰীৰে কাচা হোমৰ খৰি ও
জুইও নজ্বলে কিও কি হৰি
বাপুই আছে ৰঙ্গ কৰি ।
মাযেথেৰ বাৰীৰে শঙ্খ ডমৰু ও
ভাৰত্‌কে লৈ নাচে কিয় কি ও হৰি
বাপুই ।
লাই হালে জালে পা বলি বতাহে ও
লফা হালে জালে পাতে কি ও হৰি
বাপু .. ।
চায়েনাৰ তলতে বাপুই হালে জালে
চাৰ্‌দিনাৰ লঘোণে পাতে কি ও হৰি
বাপু .. ।
চালতে শুকালে ঐৰঙ্গ মালতী ও
ভাগুতে শুকালে দৈ, কি ও হৰি
বাপুই .. ।
দিনৰে দিন মান বটকে শুকালে ও
ভাগুতে লয়নু খৈ কি ও হৰি
বাপুই আছে ... ।

● ঐৰঙ্গ— ৰঙা. ভাৰত্‌কে— ভাৰ বাদ্ধি অনা ঃ

—×—

(১৫)

ও বটু ব্ৰহ্মচাৰী, কাৰে আজ্ঞাকাৰী
ও মোৰ ভিক্ষা মাগি মাগি খাই ও।
ও আজি তিনিদিনে ভিক্ষাকে মাগিলা
ও মোৰ, ভিক্ষা মাগি অন্ন খাই ও॥
ও অন্ন মাগি মাগি আনিলা বটুয়ে,
ও মোৰ আনিলা মাতৃকে খুজিও।
ও লগুণৰ কাৰণে ভিক্ষাকে মাগিলা,
ও মোৰ নাজানিলা কুনিও॥
ও বাৰীৰ কুশ আনি মেখেলা সাজিলা
ও মোৰ সাজিলো সণাৰে লগুণ ও।
ও সন্ধ্যা গায়ত্ৰী জপা ব্ৰহ্মচাৰী
ও মোৰ লগুণতে নৱ গুণ ও॥
ও সাত দিনে আছিলা বটু
ও মোৰ অৰণ্যৰ মাজতে ও।
ও, আজিকে অললা বটু ব্ৰহ্মচাৰী
ও মোৰ তপৰ বলতে ও॥
ও বৃহস্পতি গুৰুই দিলা সণাৰ লগুণ,
ও মোৰ নৱগ্ৰহে আছে চাই ও।
ও বাপুৰে মূৰত ধৰি আশীৰ্ব্বাদ কৰিলা
ও মোৰ বাপুৰে চেনাইৰ আই ও॥

—+—

(১৬)

শ্ৰাদ্ধ সাজিলোৰে ওৰে হৰিশচন্দ্ৰ ৰাজা
আকাশতে পাতি থৈছে দেৱতাৰে সভা॥
শ্ৰাদ্ধ... ... . ।

পিতৃ সত্য পালি প্ৰভু, গৈলা অৰণ্যত
ঘিৰাই আনিবা তাঙ্ক চলিলা ভৰত। শ্ৰাদ্ধ ।
আলিঙ্গন দান কৰি স্বয়ং হৃষীকেশ
ভৰতক আশ্বাসিযা পঠাইলেক দেশ। শ্ৰাদ্ধ · · ।
কতো ক্ষণে গুণি গান্থি পাছে নাৰাযণ
পিতৃৰ শুদ্ধিৰ কৰ্ম কৰিবাক মন॥ শ্ৰাদ্ধ ·· ·· ।
আলচ কৰিয়া কাধ্য লক্ষণ সহিত
আজ্ঞা আমি কৰো গৈয়া যত গযা কৃত।
গয়া পিণ্ড দেও, পিতৃ স্বৰ্গলোক পাওক,
পনৰপি আহো আমি এহিসে থানক। শ্ৰাদ্ধ ··· ।
তীৰ্থৰ তীৰত নিয়া থৈলন্ত সীতাক
ৰাম চন্দ্ৰ গৈলা শ্ৰাদ্ধ দ্ৰব্য আনিবাক।
ধনুশৰ ধৰিয়া চলিলা দুই ভাই
শিশুৰূপে খেলে খেলি জগতৰে আই। শ্ৰাদ্ধ ··· · ।
তীৰ্থৰ তীৰত তুলি বালি মহাশান্তি
পিণ্ডৰ আকৃতি কৰি খেৰি খেলাৰন্তি। শ্ৰাদ্ধ ····
কায় ক্লেশ কৰি আছে কষ্ট ব্ৰতধৰি
দেখি দশৰথ আইলা মহাৰঙ্গ কৰি॥ শ্ৰাদ্ধ ······

( গীতি ৰামায়ণ )

—+—

( ১৭ )

কোমত পুণ্য চিত্তৰে
ব্ৰহ্মা ৰূপ ধৰি
বিষ্ণু ৰূপ ধৰি
উঠিছে অগনি কুৰা
দলো দপো কৰি।

চাই আছো চো – ৰাম কেনে সক
ৰতাহতে হালি পৰে হবেৰ ডম্বৰু।
আসি আছে বিশ্বমিত্ৰ ও তোমাক নিবাক ২
ৰাক্ষক মাৰিবলৈ লাগে যজ্ঞ ৰাখিবাক।
শুনিয়া ৰাম চন্দ্ৰৰ ও, হৰিষ ভৈলা মনে ২
পিতৃক বোলন্ত পাছে প্ৰসন্ন বদনে।
ক'ত ভাগ্যে পাইলু মই ও, ইখিনি কাৰ্যক ২
মোৰ প্ৰতি চিন্তা নকৰিবা মহাভাগ।
পুত্ৰ হৈয়া নাপালয় ও, পিতৃৰ বচন ২
চিৰকাল নৰকত পচে সিটো জন।
ৰামৰ বচনে ৰাজা ও, ভৈলা হৰিষিত ২
মৰাৰ মুখত যেন পৰিল অমৃত।
ঋষিৰ হাতত ৰাজা ও, পুত্ৰ সমৰ্পিলা ২
নমস্কাৰ কৰি ৰাজা বচন বুলিলা।
ৰামে মোৰ ধন জন ও, জীৱন প্ৰাণ ২
ৰামে বিনে গতি! মোৰ নাহি নাহি আন।

—x—

(১৮)

ও বেলৰ ফুল,
ৰহিছে আদি মূল ॥
নানা ৰূপে পূজা কৰে
বিষ্ণু নাম ধৰি,
নানা ৰূপে পূজা কৰে
বাপু চিৰি হৰি। ও বেলৰ ... ...।
হৰকে পূজিলি তুমি
ফলদান পাবা,

দুৰ্গা দেৱীক পূজা কৰ্‌লি
বৰ দান পাবা। ও বেলৰ ···· ··· ।
ভাঙনি— ও বেলৰ পাত
বহিছে শিৱনাথ॥
পূজা কৰা, পূজা কৰা
দক্ষিণতে পিঠি,
লক্ষী দেৱীক পূজা কৰ্‌লি
গৃহে লয়ে থিতি । ও বেলৰ ··· ··· ।
গণেশকে কৰ্‌লি পূজা
বিঘ্নি হোৱে নাশ,
সৰস্বতী আই দিবো
বেদবাণী দান । ও বেলৰ পাত ।

● থিতি— থিতাপি লোৱা।

( ১৯ )

ও ৰাম পাত, খোপাতে পাৰিজাত ।
ঘৰ নিৰন্তৰে, মৈৰাই পেখন ধৰে॥
চত্‌লৰ আগতে দুইডেলি শিলিখা,
তাৰো একডেলি কাহা হে॥ ৰাম পাত ··· ···
মাথাৰে নিৰ্মালি, চালে দলি মাৰি।
যজ্ঞৰ থলিতে বহা হে॥ ৰাম পাত ····
পিণ্ড সানা পিণ্ড সানা।
সানা দধি দুগ্ধ হে॥ ৰাম পাত ··
সণাৰ থালত পিণ্ড সানি
থৱা ভাগে ভাগে কে। ৰাম পাত ···
দুপৰ পৰিলে, নদীৰে পাৰলৈ।
পিণ্ড অট্‌বা যাবা হে॥ ৰাম পাত ···

সণাৰ থালত পিণ্ড সানি।
গঙ্গাত দিবা পূজা হে॥ ৰাম পাত ··
কৰুৱা করুৱা তই বৰ কুকুৱা
ডাবকে পৰকে ডাকাহে। ৰাম পাত ···
পিণ্ড লওঁতে তই কিয় ডাকিলি
পিণ্ড এৰি আহিল ঘাটে হে॥ ৰাম পাত ···
পৃথিৱীতে দিবা, কুশ পাৰিবা,
তাতে দিবা পিণ্ড দান হে॥ ৰাম পাত ···
বাপুৰে মাযেকে কি কাম কৰিছে,
ভিক্ষাৰে সজুলি আন হে। ৰাম পাত ···

— × —

(১০)

হৰি মোৰ ন কুৰি নদিনত বাপুৰ ভাত চুৱেনি,
" " আঢে বছৰত চূড়া নাৰায়ণে।
" " বাৰ বছৰত বাপুৰ লগুণ দেনী
" " ষোল্ল বছৰত বিয়া নাৰায়ণে॥
" " নন্দেৰ ঘৰেৰ যাদু তুমি,
" " খাইছিলা দুধে ভাতে নাৰায়ণে।
" " সেই কাৰণে মায়ে বান্ধে
" " নানান কাৰণে নাৰায়ণে
" " নন্দেৰ ঘৰেৰ যাদু তুমি,
" " বহি কৰা কি নাৰায়ণে
" " নাভাবে, নিচিন্তে কিয়
" " নন্দেৰ ঘোকণী নাৰায়ণে॥
" " ৰাতি সূতা কাতি মায়ে কাপোৰ বুইছিল
" " গুদা চিঙৰীয়া দাৰ নাৰায়ণে।

হৰি মোৰ মায়েকটু বুৰেনী, জেই ঠেকটু বুৰেনী
" " বৌয়েকটু পুৰনত চাৰ নাৰায়ণে ॥

● চাৰ— পাৰ্গত ।

—×—

(২১)

গুৱাহাটীৰ গুৱামুৰি, বাৰিৰে চৰলি ।
মগুলতে তুলি থবা স্বৰ্গৰ অপেশ্বৰী ॥
আতেৰ দিনৰ ঝাৰী লটা
থবা কাষাৰ কৰি,
তোমাৰ মামে, আঙুঠি আন্‌ছে
লবা হাতে তুলি ।
মামেথেৰ ঘৰত বটু
কিন্তু বস্তু নাই,
গাখীৰ আন্‌ছে, মিঠৈ আন্‌ছে
আৰো আন্‌ছে দৈ ।
চাউল আনছে, চিৰা আন্‌ছে
আন্‌ছে পকা কল,
লাড়ু আন্‌ছে, পিঠা আন্‌ছে
আন্‌ছে পকা ফল ।

—×—

(২২)

বাপু ব্ৰহ্মচাৰী, পিতেক আজ্ঞাকাৰী
থাকিবা চৰণত ধৰি হৰি হৰি
যোল্ল বছৰত পিতে লগুণ দিবো,
যাগ যজ্ঞ কৰি হৰি কৰি ॥
বাপু ব্ৰহ্মচাৰী, পিতেক আজ্ঞাকাৰী ।

নাযাযা এই ঘৰ এৰি হৰি হৰি ॥
ব্ৰাহ্মণৰে পুত্ৰ স্কন্ধে যজ্ঞসূত্ৰ ।
দেৱ দেৱী আছে অন্তৰে হৰি হৰি ॥
ব্ৰহ্মমন্ত্ৰ দিবো শিৰে তুলি লবা
থাকিবা চৰণত ধৰি হৰি হৰি ॥
মায়ে ভিক্ষা দিবো অতি যত্ন কৰি
পঞ্চ ভাগতে থবা হৰি হৰি ॥
ব্ৰাহ্মণৰে লবা, বেদ পাঠ কৰা ।
কান্ধতে সণাৰ লগুণ হৰি হৰি ॥
ব্ৰহ্মা বিষ্ণু হৰ, আছে পুৰন্দৰ ।
যজ্ঞ চাইবাক আসে হৰি হৰি ॥
গড়ুৰৰ স্কন্ধে, আছে নাৰায়ণে ।
আই লক্ষ্মী আছে পাশে হৰি হৰি ॥
যিজন ভগৱান, জীৱৰ কাৰণ ।
তেওঁকে প্ৰণাম কৰা হৰি হৰি ॥

+ —

(২৩)

হে ভিক্ষা দিও বামৰে ঘৰণী,
আপুন খুচি ভিক্ষা দিও ॥
লয়বো ৰে সন্ন্যাসী ৰে
হে ভিক্ষা দিও বামৰে ঘৰণী ।

("আয়ো বোলু বায়ো বোলু গোপী সকলোকে কৃষ্ণই গৈছে কহ কৰি আনি দিয়া মোকো" —এই পদটো ইয়াৰ লগত মিলাই গোৱা হয় ।)

— x —

( ২৪ )

বাপু বৰহ্মচাৰী খৰমতে ভৰি
ও ৰাম নাষৰ! বৈৰাগী হৈ ও
আধা বাটৰ পৰা পিতে মাতি আনে
ও ৰাম কালি বিয়া কৰে দেউ ও
কেনেকৈ দিবি তই কালি বিয়া কৰে
ও ৰাম জীয় আছে মাকোথেৰ ঘৰে ও
দিম টাকা যেতেল আনিম বিয়া কৰে
ও ৰাম কি বোৰ বো মাকোথেৰ ঘৰে ও
বাপু বৰহ্মচাৰী খৰমতে ভৰি
ও ৰাম নাযৰা বৈৰাগী হৈও ও
আধা বাটৰ পৰা খুট্‌টে মাতে আনে
ও ৰাম মই পৌচং মই পৌচং বুলিও ।

জীয়— ছোৱালী, খুট্‌টে— খুৰাক,
মাকোথেৰ — মাকইতৰ ।

— × —

( ২৫ )

দ ভূঁই পাথাৰোত পিতে খেতি কৰে
ও ৰাম বছৰে দুই ভাগ্‌ৰী ধানহে
আজি বৰহ্মচাৰী ভিক্ষা মাগি খাই
ও ৰাম পিতেৰো মুপুৰে মন ও ।
পক্ষী পিতাম্বৰ বঙ্গে প্ৰহৰে প্ৰহৰে জাগে
মনীষ পদে শ্ৰৱণ কৰে নাহে মৰম একবাৰ
হৰি বোলো মন ।

—+—

# আই নাম—

(১)

ঠাইখিনি মুচা-কাচা ফুল মল্-মল্ কৰে
তাতে বহি ডাঙৰ আই, মাজু আই, সৰু আই
প্ৰাণ চামেৰি আই শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা-কাচা ফুল মল্-মল কৰে
তাতে বহি কুম্‌ঠিয়া, ডুমুৰীয়া, লাযামুই্ৰা, বাহমুই্ৰা
গৰখই জা আই শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা-কাচা ফুল মল্-মল্ কৰে
তাতে বহি বনমালা, ধনমালা, খংমালা, জুৰমালা
ৰূপেশ্বৰী শ্ৰৱণ কীৰ্ত্তন কৰে॥
ঠাইখিনি মুচা-কাচা ফুল মল্-মল কৰে
তাতে বহি বাউলা মালা, বৰধইনা, লাফেৰিকে, জ্বৰবহি
উকুতি থাক্‌তি আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা-কাচা ফুল মল্ মল্ কৰে
তাহে বহি সণা ফুলি, ৰূপা ফুলি, চম্পা ফুলি, লাউ ফুলি
জিকা ফুলি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা-কাচা ফুল মল্ মল্ কৰে।
তাহে বহি মহামায়া, দুৰ্গাদেৱী, শীতলা, কাচাঁ খাইতী
ভগৱতী আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা কাচা ফুল মল মল্ কৰে
তাতে বহি জাগুৰী, কাহলী, মুগ মোচুৰী, ডমৰু
কান্দুৰী আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে
ঠাইখিনি মুচা-কাচা ফুল মলমল কৰে

তাতে বহি কহেশ্বৰী, যহেশ্বৰী, পেট ফিকি, পেট কামুৰী
খিচমিচি আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা-কাচা, ফুল মল্ মল্ কৰে
তাতে বহি লাল্ গুটি, কালগুটি, শেল্ গুটি, গভ'াগুটি
হেইঠাপাইতা আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচা কাচা ফুল মলমল কৰে।
তাতে বহি থঠৈৰী, ভবেৰী, ধৰিকণ্ঠী বক্ষাকৰি
কেটেৰী আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচাকাচা ফুল মলমল কৰে
তাতে বহি সাত বইনী, নবইনী, বাৰবইনী
পৰিসদৰ দাস দাসী আই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।
ঠাইখিনি মুচাকাচা ফুল মলমল কৰে
তাতে বহি কাণী, কুঁজী চণ্ডলি, ভণ্ডলি বুঢ়াগছে
বটগুৰুই আছি শ্ৰৱণ কীৰ্ত্তন কৰে।

—+—

(২)

কৈলাসৰে পদ্মা আই নামি আহে
হৰে মন্দিৰ চাই হৰি এ
ডাঙাৰ আই আহিছে আসনে বহিছে
বালেকক ফুল দিবা লাগি হৰি এ

ভাঙনি—

নাম ধৰিয়ো ও আই ইচৰীৰ সেৱা
সাতো বইনী লগ লাগি পিতৃৰ তাকে গৈলা
মনিষৰ নগৰক যাওঁ আমাক আজ্ঞা দিয়া
মনিষৰ নগৰক যাবি মোৰ নাম ৰাখ খি

কেকো সুখী কেকো দুখী সমান দেখ্‌বি
ফুলে জলে পূজা খাই তুষ্ট হৈ আইচ্‌বি।
পিতেকৰ আজ্ঞা লৈ চিলানকে গৈলা
চিলান কৰি সাতো বইনী পাৰে উঠিলা
লাঙৰে চুলি কচা জাকুৰি বান্ধিলা
শুক্ল বইনা শাৰীখেন মেৰ দি পিন্ধিলা
পূব, পশ্চিম, উত্তৰ দক্ষিণ দৃঢ় কৰি চাইলা
সাতো বইনী লগ লাগি ৰথত উঠিলা
মনুষ্যৰ নগৰক যাই জিবণ জিৰাইলা
সপনে সচিত্তে আই মনিষক দেখা দিলা
এক দিন, দুই দিন, তিনি দিন, জৰাইলা
চাৰি দিনাৰ দিনে আই মুখে দেখা দিলা
পাচ দিনাৰ দিনা আই গাৱে দেখা দিলা
ছয় দিনাৰ দিনা আই পাৱে. দেখা দিলা
সাত দিনাৰ দিনা আই ভোগক ভোগাইলা।
আঠ দিনাৰ মূৰত আই মুখে চিত্ত্‌কিলা
ন দিনাৰ মূৰত আই গাৱে চিত্ত্‌লিকা
দহ দিনাৰ মূৰত আই পাৱে চিত্ত্‌কিলা
এঘাৰ দিনাৰ মূৰত আই চকলি ধৰিলা
বাৰ দিনাৰ মূৰত আই চিলান কৰিলা
চিলান কৰি সাতো বইনী বিদায় মাগিলা।

— x —

(৩)

কৈলাশৰে পৰা নামি আহে ৰাম গোসাঁই এ
এ শিলৰে শকট ভাঙিহে নাৰায়ণ হৰে হৰে ৰাম
আইৰে মূৰতে ইন্দ্ৰাৱৰে জাপি ৰাম গোসাঁই এ

এ বিজুলী বাহৰে দৈ এ নাৰায়ণ হৰে হৰ ৰাম
আইৰে মুখতে ঐৰাঙ্গ মালতী ৰাম গোসাঁই এ
আই হাঁহে খলা খলিছে নাৰায়ণ হৰে হৰে ৰাম
আইৰে হাততে ডাবুৰা কটাৰী
আইৰে বুলন পাগি এ

ভাঙনি - হাততে লাখুটি সুবৰ্ণৰে মুঠি
আইৰ পতুলিক যাই
পতুলি পতুলি ডাঙৰ আই, মাজু আই, সৰু আই
ফুৰে বালকক ৰাখে হাৰ এ ॥
( বাকী বিলাক আইৰ নাম বৰ্ণাই গাব লাগে )

— ¦ —

( ৪ )

কি দিয়া পূজিম আই চৰণতে তোমাৰ
বান্তি দিয়া পূজিম আই ব্ৰহ্মাই আগে খাই
তেল দিয়া পূজিম আই বাস্তি আগে খাই
ধূপ দিয়া পূজিম আই গোন্ধে আমোল মোল
অন্ন দিয়া পূজিম আই চৰাই আগে খাই
দুধ দিয়া পূজিম আই বাচৰে আগে খাই
ফুল দিয়া পূজিম আই ভোমৰাই চুহি খাই ।
কল দিয়া পূজিম আই বাদুলি আগে খাই
পান দিয়া পূজিম আই মাকৰাই চাতি আছে ।
ধন দিয়া পূজিম আই আপোনাৰে আছে
মন দিয়া পূজিম আই মনত নাই স্থিৰ
যিযো ফুল পূজিম আই সিয়ো ফুল চুৰা
তোমাৰ নামে পূজিম গধূলি পুৱা ।

ডাঙনি — সাতো আই মনে নধৰিবা দোষ,

তোমাৰ নামে বন্তি দিছো মনে সন্তোষ ।
( পূজাৰ অন্যান্য সামগ্ৰীবোৰৰ এটা এটাকৈ উল্লেখ কৰিব লাগে )

— × —

( ৫ )

হে নাম ধৰিও ও আই ঈশ্বেৰীৰ সেৱা
এ স্বৰ্গে আসন, স্বৰ্গে বসন, স্বৰ্গে সিংহাসন
স্বৰ্গ পুৰীতে হৈছে আইৰে জনম ।
নামতাল শুনি আইৰ ৰঙ্গ হৈলা মন
পৃথিৱীতে উভয়তে কৰিলা গমন ।
সক জেনী উঠি বলে ডাঙৰ জেনী বাই
মনুষ্যৰ নগৰ খেন চাই আঁহো যাই ।
পিতেৰ আগত আইছা আই সাত সইত থাই
যাহাৰ ঘৰত দেখা আই গবৰোৰ চিতা
তাহাৰ ঘৰত নেদ্‌বি আই তোৰ ফুল ফটা ।
যাহাৰ ঘৰত দেখা আই চন্দনৰ চিতা
তাহাৰ ঘৰত দিবি আই ৰঙ্গে ফুল ফটা ।
আগবাত্তি আই তুমি পাগ দিয়ে যাবা
মনুষ্যৰ চা-চলিক সপোন দেই খবা ।
মাজা বাতি আই তুমি ভিৰিয়ে বহিবা
শালি ধানৰ টপাত আই শয়ন কৰিবা
পুৱাবাত্তি আই তুমি পাগ দি যাবা
ভাঙনি — মূৰটু দেখু আই জুনা নাৰিকল
চুাল কচা দেখু আই হাবিয়াৰ চোৰাৰ
এ তাতে ঘহিছে আই সৰিয়হ তেল ।
হাঁতীৰ দাঁতৰ ফণি আনি কেশে লাগাই
কেশৰ মাজে মুক্তা গাঁঠে শাৰী শাৰী

উচ্‌লকে বান্ধে আইৰ মালতীৰ খোপা
খোপাৰে ভিতাৰে আই গুঞ্জৰে ভোমোৰা।
কাপাল খেন দেখু আইৰ পূর্ণিমাৰ চান্দ
তাতে পিন্ধিছে আই আগাৰা চন্দন।
চকু দুটা দেখু আই সৰগৰে তাৰা
নাকটো দেখু আই চুড়াৰ কাকাৰা।
কাণ দুখান দেখু আইৰ মলযাৰ বাৱ
মুখখান দেখু আইৰ সোণাৰ সঁফুৰা।
জিভাখান দেখু আইৰ আলতা বৰণ,
তাতে খাইছে আই কর্পূৰ মিঠা পান।
দাঁত দুই পাৰি দেখু আই চম্পা ফুলৰ কলি
গলটো দেখু আইৰ হংস বৰণ
তাতে পিন্ধিছে আই সাতে সেৰী হাৰ
বাহু দুখান দেখু আইৰ 'ঐৰাণ কদলী
তাতে পিন্ধিছে আই সোণাৰ জাপ তাড।
বুক্‌টু দেখু আইৰ সুকযৰ চাটা
পিঠিখেন দেখু আইৰ ধৰাৰ ধুৱা পাটা।
তাতে উৰিছে আই শীতল পাছাৰা।
পেটটু দেখু আইৰ আমোল ভাণ্ডাৰি
নাভিটু দেখু আইৰ সৰল পুখুৰী।
ৰাজ হংসই আছি আই তাতে কৰে কেলি,
কমাৰখান দেখু আই গোটে সক সক,
আটিতে উটিতে হল হৰেৰ ডম্বৰু
তাতে পিন্ধিছে আই শুকিল পাটৰ শাৰী
ফেৰাহ্‌ দুখান দেখু আই ঐৰাণ কদলী
ডিমা দুটা দেখু আই কেকতী ফুলৰ ডিলা।

ভৰি দুখান দেখু আই পকুৱাৰ খুটি
তাতে পিন্ধিছে আই সণাৰ ভৰি ঝুটি
ঝাণাৰ ঝুণুৰ্ কৰি আসনক যাই
আসমকে যাই আই লাহৰী খেলাই ।

—×—

(৬)

আইৰ নাম লৈযো, লৈযো নাম নিৰলে বহিয়া
ডাঙাৰ আই, মাজু আই, সৰু আই নাম দিছে জগত জুৰিযা
(বাকী কেইগৰাকী আইৰ নাম বৰ্ণাই গাব লাগে)

ভাঙনি— আকাশে বৈৰাঙ্এ সুৱৰ্ণৰ গুলি
ডাঙাৰ আই, মাজু আই, সৰু আহ, নাম আছে হোৰ্ধ্বনি কৰি
(বাকী কেইগৰাকী আইৰ নাম বৰ্ণাই গাব লাগে।)

এ ফুল ফুটিছে কৈলাশৰে পাৰে
নানান বৰণীয়া ফুল ফুটে কি কাৰণে,
কাণীয়া কাঠন্দা ফুলি আছে আইৰ কাৰণে ।
জয়হে কি ফুল ফুটিছে খৰিকামৰ
ও হৰি এ নাৰায়ণ
আই অহিবাৰ বাতৰি পাই
কাণীযা কাঠন্দা ফুলে আছে জকে মকাই
আজাৰে আই গেইছে কৈলাশক ফুল আনিবাৰে
(তগৰ, চম্পা, পদুম ইত্যাদি বিভিন্ন ফুলৰ নামেৰে
গীতটি দীঘলকৈ গোৱা হয়।)
সিপাৰে কোনে সাই এ নাৱৰীয়া লোক
ডাঙাৰ আইৰ নামক যাওঁ পাৰ কৰা মোক ।
(বাকী বিলাক আইৰ নাম উল্লেখ কৰি গোৱা হয়।)

—+—

( ৭ )

হে জগত ঈশ্বৰী আই
ও আইহে আমাকে কৰিবা দায়া
তোমাৰ চৰণে কৰি আছো সেৱাহে ।
যদিবা ডাঙৰ আই, সৰু আই, মাজু আই আছিছে
ফুলতে আনন্দ কৰে ।

— × —

( ৮ )

এ ধন মূৰাৰী এ হৰে হৰে ৰাম
হৰ গৌৰি পাৰ্বতী কৈলাশৰ গিৰী
একদিনা পাৰ্বতী মাতিয়া আছিলা
পিতৃৰ কাষক গমন কৰিলা
কিয় মাতা পিতা বুলি পিতেকক সুধিলা ।
কাহাৰ জীয়াৰী আই তই কাৰ বোৱাৰী
স্বৰূপ কৰিয়া কহা কাৰ নিজা নাৰী ।
অন্যেৰ জীয়াৰী নহং শিৱেৰ জীয়াৰী
সাতো আই আলচ কৰে বিৰিখৰ তলে
সণাৰ জাখলা আনি পৃথিৱীত নামিলা ।
যাহাৰ ঘৰত আই খপিবা ৰাতি
তাহাৰ ঘৰত আই খপিবা ৰাতি
যাহাৰ ঘৰত আই মায়াৰ খিজাল
তাহাৰ ঘৰত আই নাযবা এককাল
কাহৰীয়া মনুষ্যক নধৰিবা দোষ
আপুনাৰ নামে গুণে আপুনি সন্তোষ ।

— × —

( ৯ )

ডাকি ঐ ৰথ খান সন্ধ্যা হৈ যায়
ডাহাৰ আই, মাজু আই, সক আইৰ ৰথ খান গগনে উৰায়।
ভাঙনি— এ আসনৰ গুৰি গুৰি আইৰ দুটি চলি
বালেকক ফুল দিয়ে এটি দুটি কৰি।
গোধূলি হ'ল আই গোধূলি হ'ল
মনুষ্যক পিঠি দি কৈলাশক গ'ল।
আইৰ পৰ্‌হাদ মুঠি খাই'ত লাগে মিঠা
তাম কলসীত পানী নাহ নাথে হাত মুছা।

—+—

## পাঁচতিৰ নাম

( বৰনগৰ অঞ্চলত প্ৰচলিত )

( ১ )

হৰষে গোপিনী পুছয়ে ঘৰে ঘৰে
শুন শুন সখীগণ,
চলহু সবে যাই জনম সাফলো
পেখোহু নন্দৰ নন্দন।
পদ— এমন মধুৰ মুৰতি বালেক
নাহি ত্ৰিভুবন মাজে,
হামাৰি সুদিন নন্দৰ ভবনে
আনন্দে দুন্দুভি বাজে
নানান ভূষণ বসন পৰি অঙ্গে
হৃদয়ে গজমতি দুলে।
কুণ্ডল জলমল নয়ন কাজল

আকুল ভৰিযা ফুলে।
কেযুৰ কঙ্কণ কৰত ৰণ্ ঝণ্
চৰণ মঞ্জীৰ ঝুৰে।
মঙ্গল মহোৎসৱ কীৰ্ত্তন হৰি-ৰৱ
শবদ দশোদিশে পুৰে।
নানান উপায়ন সন্দেশ ধৰি সৱে
প্ৰবেশি নন্দকু ঘৰ,
জযাত জয জয মঙ্গল বোলয
উৰ্দ্ধত তুলিয়া কৰ।
কহয গোপাল নন্দ নন্দন পায়
ওহি মন মোৰ আশ,
ব্ৰজেৰ বধুৰ চৰণ ৰেণু পৰশে
হৈবো দাসক দাস।

—x—

(২)

ধ্ৰুঃ— আলো ভাই গোকুলে আনন্দ জয জয।
মিলিছে পৰম মহোদয।
যিতো নিগমৰ গুপ্ত বিত্ত।
হেন হৰি গোকুলে বিদিত॥
শুনিতে কৌতুক অনুপাম।
ব্ৰাহ্মৰ বৰণ ঘনশ্যাম॥
পৰমাত্মা যিটো লক্ষ্মীপতি
হুয়া আছে গোপেৰ সংগতি॥
গোকুলেৰ ভাগ্যেৰ মহিমা।
কেবা কহি কৰিবেক সীমা॥
কহয় মাধৱ মূঢমতি।

হৰি পাদপদ্মে মোৰ গতি ॥

--+--

আলোভাই গোকুলে উদয় যদুমণি
আনন্দে নন্দৰ পুৰ ছানি ॥
গোপীগণ আসিয়া হৰিষে ।
কৃষ্ণ শিৰে কুসুম বৰিষে ॥
হালধি গোৰস মোট ভৰি ।
অন্যে অন্যে সিঞ্চয় ৰঙ্গ কৰি ॥
মোটজলে শৰীৰ ভিজাযা ।
ৰঙ্গে নাচে হাসে গোপজায়া ॥
কৃষ্ণ যশোদাৰ মুখ চাই ।
প্ৰেম ভৰে নয়ন জুৰাই ॥
গোপীগণে উঠিয়া হৰিষে ।
দধি দুগ্ধ সিঞ্চে দশো দিশে ॥
ৰসে ঘৃত ঘোলে মাৰি চাটি ।
দলি মাৰে লৱণুৰ পিণ্ড বাতি ॥
ঋষি গণে বেদধ্বনি কৰি ।
সঘনে সুমৰে হৰি হৰি ॥
দেৱগনে গমণে হৰিষে ।
নাচে হাসে কুসুম বৰিষে ॥
শিঙা শঙ্খ ভেৰী ঢাক ঢোলে ।
গগন পুৰিল হৰি বোলে ॥
সভাত যতেক বৃদ্ধ আছে ।
উঠি ৰঙ্গে সবে হাসে নাচে ॥
অন্যে অন্যে ধৰাধৰি কৰি ।
ঘূৰে সবে মাটিত বাগৰি ॥

সৱে উঠি কাৰ জয় জয় ।
উপজিল নন্দৰ তনয় ॥
মাধৱক পদ পথ বিনে ।
ধৰিহা গোপাল দীন ভনে ॥

( ৭ )

ঘোষাঃ-- আজি নন্দৰ ঘৰে বাজনা বাজে
এ বৈকুণ্ঠৰ নাথ জন্মিলা ব্ৰজৰ মাজে ।
পদঃ— আহিলা গোপ সব মঙ্গল গায় ।
ও আশাস দিলা যশোদাক চাই ॥
ৰাম ঋষিগণ তাত সত্ৰ উচ্চাৰ ।
এ পণ্ডিত তাতেহে কৰে জয় জয়হে ॥
ৰাম গণি পঢ়ি বেদ কাৰণ বিচাৰ ।
এ থৈলা কৃষ্ণ নাম জগত সাৰ ॥
ৰাম সুগান্ধ তেল ঢালে বাৰ বাৰ ।
কৰ্পূৰ তাম্বুল দিলা অপাৰ ॥
ৰাম অনেক ধন ধান্য দিলেক নন্দে ।
এ কহন্তু গোপাল গতি গোবিন্দে ॥
ভাঙনি— আজি নন্দৰ ঘৰে আনন্দ বোল ।
এ নুগুমি কেৱে কাৰো মাতবোল ॥
উপানন্দ আদি যত গুৱাল ।
আনন্দতে হাসে হাতে কৰতাল ॥
যশোদা নন্দৰ সুন্দৰী ৰাণী ।
কৃষ্ণক গোপীৰ মধ্যক আনি ॥
আনন্দে বঢ়াইলা যত মঙ্গল ।
দেৱগণে দিলেক অশেষ ফল ॥
নাট ভাট যত ভকত জন ।

যশোদা নন্দৰ সান্তোষিলা মন ।।
ৰাম সৰস্বতী ভনে দ্বিজ শিশুমতি ।
ভনে হৰিৰ পদে কৈলা সমাপতি ।।

( ৫ )

আইলা গৰ্গঋষি গোপন কৰি ।
দেখিয়া নন্দে প্ৰণামিলা পৰি ॥
কৃষ্ণক গণনা কৰিবাৰ মনে ।
গৰ্গক নিলা নিৰ্জন স্থানে ॥
দীপ ঘট ছুঁনি পাতি মঙ্গল ।
তাহাৰ ওপৰে দিলা পঞ্চফল ॥
গ্ৰহপাতি গৰ্গে ধৰিলা খড়ি ।
গণিবে লাগিলা আনন্দ কৰি ॥
গণি পঢ়ি গৰ্গে বুলিলা বাণী ।
তোমাৰ পুত্ৰৰ শুনা কাহিনী ॥
সত্যত শুক্ল ত্ৰেতাত ৰাতুল ।
এ দ্বাপৰত শ্যাম তনু উজ্বল ॥
ৰাম আন নানা কাম কৰিবেক হৰি ।
এ তাতেহে আছে অৱতাৰ ধৰি ॥
কৰিবেক হৰি ধৰ্ম যতেক ।
তোমাৰ আগত কৈবো কতেক ॥
বস্ত্ৰ অলংকাৰ দিলা গৰ্গক ।
মেলানি মাগিয়া গৈলা গৃহক ॥
নিজ গৃহে গৈলা আনন্দ কৰি ।
কহতু গোপাল গতি গোবিন্দ ॥

— x —

বৰপেটা জিলাৰ প্ৰায়বোৰ অঞ্চলতে কাতি মাহৰ কৃষ্ণা একাদশীৰ দিনা পালন কৰা পাঁচতিৰ গীত—

( ১ )

গোৱালেনী বাই নন্দেশ্বৰ গৃহক লগি ধাৰ বাতে যায়।
যমুনাকে অলল ৰাধে, ইচল পিচল বাটে,
পিচল খাই ভাঙিল ৰাধাৰ কলসী তাতে।
ভাঙক ভাঙক ধাৰাৰ কলসী থোৱা কাষাৰ কৰি,
কানাই কাটা ভাগোল, লোৱা হাত পাতি।
নলং নলং হাত পাতি, নোজোকাবা মোকে,
শাহু আইৰ আগত কৈ, গালি খুৱাম তোকে।
বাৱ নাই, বতাহ নাই, কদম কেনে হালে,
ঠুনুকা কদমৰ ঠানি ডাল ভাঙি পৰে।

—x—

(২)

মাথাতে দধিৰে বোজা
আলৈছে সুন্দৰী ৰাধা,
ও যাই ৰাধা মথুৰাৰ হাটে।
সোণাৰ শিকিয়া জৰী
কপাৰে বামুকা,
কানাইৰ কান্ধে ভাৰ দিয়া
চলিছে ৰাধিকা।
কানাই বলে ৰাধা মই
বৰ দুখ পাও,
কদম তলে ভাৰ থৈয়া
খানিক জিৰাও।
বাৱ নাই, বতাহ নাই

কদম কেন হালে,
ঠুনুকা কদমৰ ঠানি
যুনু ভাঙি পৰে ॥
ভাৰ বৰন্তে ভাৰ বৰন্তে
কান্ধৰ গৈলা ছাল,
এনে মতে ভাৰ বৈই্লি
ৰাধেৰ মনত ভাল ।
ভাৰ বৰন্তে ভাৰ বৰন্তে
কান্ধ গৈলা ফুটি,
এনেমতে ভাৰ বৈই্লি
ৰাধাৰ মনত ফুৰ্তি ।
ভাৰ বৰন্তে ভাৰ বৰন্তে
কান্ধ গৈলা ফুটি,
পাছে পাছে বলৰামে
কৰি যায় স্তুতি ।
সণাৰ বাটাত কাটা তামোল
ৰূপাৰ বাটাত পান,
হাত যোৰকে লোৱা ৰাধ
কানাইৰ তামোল পান ।
নাল্গে মোক কাটা তামোল
নকৰো অপমান,
তেও কানাই হবা খোজে
ৰাধেৰ সমান ।
ৰাধাই বেচে দধি দুগ্ধ
কানাই গণে কড়ি,
এক কড়া ঘাটি হৈলে

মাৰে বেণুৰ বাৰি ।
দধি নাই দুগ্ধ নাই
ভাণ্ড শাৰী শাৰী
শুদা ভাণ্ড লাৰে চাৰে
কিসেৰ পোহাৰী ।
পুৰি গেল বৃন্দাবন মোৰ
উৰি গেল ছাই,
ভালেহে গোপিনী কান্দে
কৃষ্ণৰ গুণ কৈ ।
কহয় মাধৱ দাসে
ৰাধা ভাগ্যৱতী,
জনমে জনমে হোক
কৃষ্ণতে ভকতি ।

— × —

( ৩ )

জলে নাযাইও কলঙ্কিণী ৰাধা
কদম গছে কানাই আছে
শাঙ্কই দিছে বাধা ।
কাষতে কলচী লৈ
যাবিনো কলৈ তুই,
মই যাম যমুনালৈ
পানী ভৰাবলৈ ।
কোমল দেহাত আজাৰ পাৰি
নালাগে যাবলৈ ।
কাষতে আছে ভৰা কলহ
ভৰিতে উজুটি,

কোনে কয় মোৰ ৰাধেক
কলঙ্কিণী বুলি।
ঘনে ঘনে মনে মনে
কদম পিনে চাৱে
কদমৰে ডালে বহি
কৃষ্ণই বাঁহি বাৱে।
গাৱ গুৱনি ও গাব গুৱনি,
কদমৰ তলতে শুনে
বংশীৰ ধ্বনি ও বংশীৰ ধ্বনি।
ধেনু চাৰ্ৰা অলছে বৃন্দাবনে
ৰাজ মন্দিৰে ৰাধা আছে,
তাতে দৃষ্টি পৰে।
পাছ ফালৰ কাটা ভেলিত
এটা কাটা চৰে
কোন দিনা আইভো কানু
অভাগিনীৰ ঘৰে।
তুমিতো সুন্দৰ কানু
আমি যুৱা নাৰী,
তোমাৰ হাতৰ মোহন বাঁহী
আমি লৈযো কাঢ়ি।
তোমাৰ হাতৰ মোহন বাঁহী
খাবো না লৈবো,
তোমাক লোগি মনত পৰ্লি
হিয়াই বান্ধি লৈবো।
আগফালৰ ডালিম ভেলি
মনে থৈছু চান্দি,

তুমি যাবা দূৰণ দেশে
আমি মৰিম কান্দি।

—+—

(৪)

দিহা— কানাই ও, ও বোলাই জী
ৰাধাকে লৈ গেল দকন দি॥
পদ— যমুনাকে যাবাক লাগি শাহুই দিছে বাধা
বাধাও মুগুান গেলু কলঙ্কিণী ৰাধা॥
তোমাৰ দেশত আৰো কংসক ৰাজা পাতে
কি কৰিবা পাৰে আৰো যাওঁ ৰাজাৰ ঘাটে।
দৈ নষ্ট, দুগ্ধ নষ্ট, আৰো নষ্ট ঘোল।
হৃদযত কামে নষ্ট, ঘামে টল বল॥
তুমি যাবা নাৱে নাৱে আমি যাবো তৰে।
দুয়ো জনে লগ হৈবো কদম্বৰ তলে॥
কাষতে কলচী লৈ ৰাধে পানীক যাই।
টেণ্টন কানাই আছে মোৰ কদম গছত চাই॥

—+—

(৫)

হে হালুৱে গো।
মথৰাৰ হাটলৈ যাবো কুন বাটে॥
ৰাম এই বাটে যাৱা চলি
নাই কোনো সংঘাত
পাবা যাই মথুৰাৰ বাট হে।
হে হালুৱে গো।
( শিশুলীলাৰ পদেৰে দীঘলকৈ গোৱা হয় )

—+—

(৬)

ভজো গোবিন্দৰ পায়ে ।
এ মন বাতুল হে ॥
সাৰলী বোলন্ত সখী,
আজি দেখো একাদশী,
আজি হাল বাইবা নাপায় হে ।
কি কাৰণে হাল বায়,
তাৰো মহা পাপ হয়,
যাএ দেখে তাৰো মহা পাপ হয় হে ।
ৰাধিকাৰ কথা শুনি,
সাৰলীয়ে মনে গুণে
সেই কাৰণে গৰু এৰি দিয়েছে ।
ইটো ঘোৰ অৰণ্যতে
জন্তু আছে অসংখ্যাত
যদি বাঘে গৰু হাল খাই হে ।
যদি গৰু বাঘে খাই,
উগ্ৰ শাস্তি দিম মই
ভুবে এইৰম পিঠিৰে ছালহে
ৰাধিকাই বলে সখী
কি কাৰ্য কৰিলো আমি,
ইটো দোষ কি মতে এৰাও হে ।
যি হয় সেই হ'ক
দধিৰ পাহাৰ নমাস্বোক,
আহা গৰু বিচাৰি যাও হে ।
এহি বুলি দুয়ো সখী
ফুৰিলা যে বনে বনে

ঘোৰ বনে প্ৰৱেশিলা যাই ।
ঘোৰ বনে বিচাৰিলা,
তবু গৰু নাপাইলা
সৰ্ব্ব গাৱে চৰাতে দাকিলা হে
ৰাধাই বোলে বাপা মোৰ,
গৰু নাপাইলু তোৰ,
যি ইচ্ছা তাকে কৰা মোকহে ।
ৰাধিকাৰ বাক্য শুনি
চিৰি কৃষ্ণই মনে গুণি
দুয়োকো আনিলা টানিহে ।
দুযোৰে হাতত ধৰি
লগাইলা জেঁাটনি জৰী,
তুলি দিলা যুৱলী কান্ধত ।
হাঠিবাক নাপাৰিলা,
চাপৰিতে কাটি দিলা
তাৰো দুইকো বিন্ধাইমাৰে কুবহে ।
মৰিলো মৰিলো বুলি
কান্দে ৰাধাই হাৱে বাৰে,
শুনি নন্দই আহিলা দাউৰিয়াহে ।
নন্দই বোলে আচৰিত,
ইটো কথা আছে কৈত
মানুহক জুৰি কাল বায় ।
জেঁাট জৰী কাটি দিলা
দুয়ো সখী মুকাল হৈলা
ইয়ো গীত মাধৱদেৱে গাৱে ।

— x —

( ৭ )

কানাই পাৰ কৰাহে বেলিৰ পৰিল ছাঁয়া ।
নষ্ট হৈলা দধিৰ ভাণ্ড বাজাৰ হৈলা বয়া ॥
যমুনাৰ ঘাট পাই ঠন ধৰি আছে চাই
ঘাটোৱাল আহি পাৱা নাই ।
ঘাটোৱাল বোলো তোক আগে পাৰ কৰা মোক
যি লাগে দেও বেচ কড়ি ।
নালগে তোৰ বেচ কড়ি, মোৰ নাৱত নেদ্‌বি ভৰি
অন্য ঘাটে হৈ যাৱা পাৰ
অন্য ৰাধেক পাৰ কৰিলি
লওঁ আনা আনা
তই ৰাধেক পাৰ কৰিলি
লম কাণৰ সণা ।
যি জনে কৰে পাৰ
তাক দিম মই গলৰ হাৰ
আৰো দিম মই সণাৰ মাদেলি ।
আগৰ দেখি থৱা বোজা
গুৰি চাপি বহা ৰাধা
শাৰীৰে আঞ্চল চিৰি
নৌকা বান্ধি লৱা ।
কাঠৰে মাজতে থাকা
কাঠৰ কিবা দুখ
ভাঙা নৌকাত পাৰ কৰি
কিবা পাৱা সুখ ।
ভাঙা নাই, চিঙা নাই
গামেৰীৰে সাৰ,

হস্তী ঘোৰা পাৰ কৰো মই
ৰাধা কিমান ভাৰ।
ভাটী মুখে মাৰ্‌লো খেয়
উজান মুখে যাই।
কানাইৰে গলতে ধৰি
জবৰা জবৰি কৰি
খেমু উঠে খেমু তল যাই।

— x —

( ৮ )

( পাঁচতিত ৰাধা কৃষ্ণই ঘিলা খেলোৱা গীত )

চিকো চিকো আৰে আইলা পচু
চিত্ৰসেন গোৱালৰ জী নালোঁ,
তইতে ৰাধিকা এনেমু চুকণী
ঘিলা চুৰ কৰিলি কিয় নালো।
আই খাং ভাত খাং
লাজতে মৰি য়াওঁ,
ও মাই নকৰো ঘিলা মই চুৰি নালো।
যমুনাৰ পাৰতে
কানাই বহি আছে
ও মাই ঘিলা চুৰ ধৰিলা মোক নালো।
চুকণী চুকণী বুলি
আঞ্চুলে ধৰিলা
স্বৰ্ণৰ দুটি ঘিলা
নৈ বাই পৰিলা

— x —

(পাঁচতিত পোহাৰীৰ পোহাৰ ঘূৰোৱা গীত)

(৯)

পাহেৰী লৈ আইছে মাছৰ পাহাৰ
কোনে কোনে মাছ ৰাখ্‌বো
পাহেৰী দেই ডাক।
মাছ ৰাখবো না এ
বামুণ পাৰা
নতুন বিলৰ মাছ আনচু
কালি মাৰা।
সক জেনী উঠি ব'লে
ডাঙৰ জেনী বাই
জাখা কুকি ঐলেদি
মাণ্ডৰ মাছক যাই।
মাছ মাৰ্‌তে মাছ মাৰ্‌তে
শামকে কাট্‌লাক ভৰি
লালেকক কয়ে তাই
জৰ উঠা বোলি।

—×—

(পাঁচতিত পুতনা বধ কৰা গীত)

(১০)

পুতনা মৰিছে আজি
কুনি দিবো খৰি.
মৰক দে মৰক
প্ৰাণেৰ বৈৰী।

পদ— (শিশুলীলা বা দশমত থকা পুতনা বধৰ পদ দি
দীঘলকৈ গোৱা হয়।)

পুতনা বিহৰ স্তন লৈও
বিচাৰি ফুৰাছো তই,
নন্দৰ ঘৰতে, শকটৰ তলতে
আতে শুই আছো মই।

● আতে— ইযাত।

(১১)

ঢৌ দেখি ভালি পৰে গাৱ।
ওৰে কণীয়া কাযৰি চপাই দিয়া নাৱ॥
এনে চিকণ বদন ডেলি ও
ও মোৰ এনে চিকণ পাত
এনে চিকণ নন্দৰ কানাই
ৰাধেক দেই মাত হৰি এ।

—+—

(১২)

ভৰ দুপৰ বেলা বাঁহী বাজাইছে ভালা
মোৰ হৈছে বন্ধনৰ বেলা,
উকুৰ মুকুৰ কৰি আহিলু ৰন্ধন এৰি
আমাতে ব্যঞ্জন দেই গৈলা।
ঘনে ঘনে অঙ্গীকাৰ কৰো মই বাৰম্বাৰ
নাযং কানাইৰ কাষক লগি,
থাকিবা নোৱাৰো দাউৰি আহিলু
শাহুক দি আহিলু ফাকি।
যমুনাৰ পাৰতে কানাই বহিঁ আছে
মাথাতে মুকলি চুলি,
সিপাৰৰে পাৰা ৰাধে ডাক দিয়ে
মোকে পাৰ কৰা বুলি।

বিহানে উঠিয়া নাৱকে মেলিলা
মাজ সাগৰৰে ঢৌ,
পাৰো কি নোৱাৰো পাৰ কৰিবাকে
কেনেকে ভাৰষা দিও।

## দৌলৰ গীত

কীৰ্ত্তান ঘৰ দ্ৰৌপদী, মাজে কেউলাৰ হাটি।
গোকুলত কান্দিছে হাতী হে ৰাম ॥
ছঃকুৰি হাতী গোকুলত বান্ধিলা।
সমুদ্ৰক কৰিছে সাক্ষী হে ৰাম ॥
দেউলৰ গুৰিতে ডাব নাৰিকল।
মঠৰে গুৰিতে এৰ হে ৰাম ॥
বৰপেইটা কীৰ্ত্তান এনে তপেশ্বৰা।
পিতালে বান্ধআ বেৰা হে ৰাম ॥
মঠৰে চত্‌লত দুই সত্ৰা বহিছে।
মেল্‌কি কৰিছে মেল হে ৰাম ॥
কিবা ধৰ্মৰ ফলত ঈশ্বৰ দেখা দিছে।
মাথায়ে জাউ্‌ৰিছে তেল হে ৰাম ॥
কীৰ্ত্তান ঘৰৰ ভিত্তাৰতে,
কাচাটাকাৰ পেৰা হে ৰাম।
ৰাখিব নোৱাৰি গুৰুজনে,
আগে দিছে এৰা হে ৰাম ॥
কীৰ্ত্তান ঘৰৰ ভিত্তাৰতে,
জয় বিজয় নাচে হে ৰাম।
ৰাজাই দিয়া সণাৰ কলচী,
মঠত উঠি আছে হে ৰাম ॥

কীৰ্ত্তন ঘৰৰ কাঠি
উই তোলা মাটি হে ৰাম
ইখেন চান্দ দিছে কুনে
শুৱালকুইছা তাঁতী হে ৰাম।
ভাঁজঘৰ এৰিলা, কীৰ্ত্তন ঘৰ এৰিলা,
এাৰলা সমূহৰ মাটি হে ৰাম
গোপ্নী আইৰ নিমিত্তে ৰাইজ অললা,
দেউলত থপিলা ৰাতি হে ৰাম।
যাত্ৰীলোকে আহে মেনি,
ওপাৰ কাণে শুনা হে ৰাম।
গোপ্নী আইৰ কাণত আছে,
জলম খুৱ সণা হে ৰাম।
ৰাপ কইলা ঠাকুৰ বাপ কইলা ঠাকুৰ,
মণিনো এৰিলো ক'ত হে ৰাম।
তোমাৰ গলৰ মণি চিনা পাই আছিলু,
ঘুন্‌চা গোপিনীৰ তোজ হে ৰাম॥
ঘুন্‌চা গোপিনী মদন গোপিনী.
গচৈছিল কাহ্নাৰে হে ৰাম।
থগিত কৰি পিণ্ড দেই,
হাঁহিছে ঈশ্বৰে হে ৰাম।
গহেৰে গোপ্নী আই,
থান কাপোৰ লগৈছে
লাগে কহিঁকলৰ মাকুহে ৰাম,
আহতে যাওতে কই্লা ঠাকুৰে,
থান কাপোৰত মাৰি যায় ফাকুহে ৰাম।
দূৰৰে পৰাঁনে আতাৰ নাতি আইছে,

কেকেনী দলাতে উঠি হে ৰাম।
আধা বাটৰ পৰা সুধন্ত পুছন্ত,
বৰপেইটা সুখী না দুখী হে ৰাম।
সুখীও নাইকা দুখীও নাইকা,
বছৰে কৰিছে তিথিকে ৰাম।
পুখুৰী থাকতে পুখুৰী খান্দিলা,
যাত্ৰীলোক আহিব বুলিকে ৰাম।
গোপিনী থাকতে গহে বিয়া কৰে,
লোক ব্যৱহাৰ কৰিহে ৰাম।
হে লক্ষ্মী আই, হেঁ লক্ষ্মী আই
গহেকে নিদিবা ঠাইকে ৰাম,
তোমাৰো গহেও, পাথাৰ ফুৰি আইছে
তেওঁৰ গাত বিশ্বাস নাইকে ৰাম।
কীৰ্ত্তান ঘৰ এৰিলো, ভঁাজঘৰ এৰিলো
এৰিলো ভকতৰ কাঠিহ ৰাম,
গোপিনীৰ নিদানে একৰাতি খপিলো
দেউলত পুৰলো ৰাতিকে ৰাম।
ইঁচুপি গোপিনী সম্মুখক থাটিছে
ভাঁৰত পৰা কদম লাগে হে ৰাম।

(বৰপেটাত দৌলৰ 'গন্ধ'ৰ দিনা গোঁসাইক দৌলত থাপনা কৰোতে, সুৰেৰিৰ দিনা গোঁসাই নামঘৰৰ চাৰিওকালে ঘূৰোতে, আৰু মঠৰ চৌতালত অনুষ্ঠিত বোল্‌বোল্‌ জি" অনুষ্ঠানৰ সময়ত, আই সকলে বিয়া নামধ সুৰত এনে ধৰণৰ গীত গায়)

● কেউ্‌লাব— কেৰলীয়া ভকতৰ, সত্ৰা— সত্ৰাধিকাৰ, কেকেনীদলা— কেকোৰা দোলা, নোখি— নোৰাবি, এচুপি—

এইবাৰৰ, বোল্ বোল্ নি — স্বৰেৰিৰ দিনাখন মঠৰ চোতালত, শ্ৰীধৰ মন্দলিৰ ঘুনুচা কীৰ্তনৰ আধাৰত ভকত সকলে অনুষ্ঠিত কৰা এক প্ৰকাৰ লোকনাট্যক বৰপেটাত বোল্ বোল্ নি, বল্-বল্ নি নাইবা বাদ খেল্‌ৰা বোলা হয়।

# পুহন বিয়া বা জেউৰাৰ নাম আৰু গীত

( হিন্দু ব্ৰাহ্মণ সম্প্ৰদায়ৰ তিৰোতাৰ প্ৰথম গৰ্ভাৱস্থাত অনুষ্ঠিত পুহন বিয়াৰ নিচিনা, অন্য সম্প্ৰদায়ৰ তিৰোতাৰ প্ৰথম গৰ্ভাৱস্থাত সন্তানৰ কল্যাণ কামনা কৰি পতা অনুষ্ঠানটিক বৰপেটা জিলাত জেউৰা দিয়া বুলি কয়। এই অনুষ্ঠানত প্ৰথমে নাম কীৰ্ত্তন কৰি পিছত কিছুমান গীত পদ গাই বং ধেমালী কৰে। )

ঘোষা — ও মন তই ৰাম কৃষ্ণ বোল
হৰি নভাজিয়া মন তই
কেনে গৈলি ভোল। মন ...

পদ— কিও ব্ৰহ্মায়ে প্ৰাৰ্থিলা পৃথিৱীৰ দেখি ত্ৰাস
ভৈলা দৈৱকীৰ উদৰত আসি বাস
কিও গৰ্ভতে বিধাতাই স্তুতি কৰিলন্ত আসি
দৈবকী দেৱীক বাক্য বোলিলা আশ্বাসি
কিও মাৰিবাক কংসে আক নকৰিবা ভয়,
ৰাখিলন্ত যদুবংশ তোমাৰ তনয়।
কিও পঞ্চ মাহে পঞ্চ দিনে শৰীৰত ধৰে,
ও দিনে[২] মাতৃৰ গৰ্ভে আয়ু শিশু বাচে।
কিও দিন পক্ষ মাহ ভেদ মাতৃ গণি চায়,
জানিলাহা মাতৃ, সিটো মৰণৰ সহায়।
কিও নজানো তোমাৰ স্তুতি আমি মূঢ় মতি

নকৰা বঞ্চিত প্ৰভু ইবাৰ সম্প্ৰতি।
কিও নমো ২ ভগবন্ত ভকতৰ নিধি,
নকৰা বঞ্চিত প্ৰভু ইবাৰ সম্প্ৰীতি।
কিও নমো ২ নাৰায়ণ চৰণে যুগল
ইবাৰ আমাৰ জন্ম নকৰা বিফল।
কিও কৃপাৰ সাগৰ কৃপা কৰা একবাৰ,
কিও কাতৰ কৰিযা মাগো দিয়া এহি বৰ।
কিও ভূমিতে পৰি বাচা শব্দ কোৰলি বৰ,
কিও অ'মাযা ধান পুৰ' পাই হৰাইলা চেতন,
কাটিলেহে জীযে গাছ নাকাটিলে মৰে,
গুৰি কাটি বৃক্ষ ডেলিত আগত পানী ঢালে।
কিও গীতা ভাগৱতৰ কথা এহি তত্ব সাৰ
শুনা নৰ নাৰী সবে কৰিয়া বিচাৰ।

—+—

(২)

ঘোষা - দেৱতা সকলে বোলে প্ৰিয় বাণী
শুনৰে দৈৱকী আই,
তোমাৰ গৰ্ভত যিটো পুত্ৰ আছে
মাৰিবো কংসক নিশ্চয়।
পদ— শুক নিগদতি শুনিয়োক পৰীক্ষিত।
ৰোহিনী নক্ষত্ৰ যেৱে ভৈল উপস্থিত॥
পৰম শোভন কাল ভৈল সিবেলাত।
সুৰভি শীতল সুমঙ্গল বহে বাত॥
দশোদিশ প্ৰসন্ন নিৰ্মল তাৰাগণ।
মধুসৰে গুঞ্জৰে পুষ্পিত দেখি বন।
পৃথিৱীত সুমঙ্গল মিলিল অপাৰ।

নদ নদী প্ৰসন্ন পঙ্কজে জাতিস্কাৰ ॥
ভৈল মহা স্বস্থ আতি সজ্জনৰ মন ।
আকাশত স্তুতি কৰে সিদ্ধ মুনি গণ ।
অসংখ্যাত দুন্দুভি স্বৰ্গক ছানি বাৱে ।
অপেশ্বৰা নাচে বিদ্যাধৰে গীত গাৱে ॥
বৰিষন্ত পুষ্প দেৱ মুনি নিৰন্তৰ ।
সাগৰৰ জগত গজন্ত জলধৰ ॥
মধ্যৰাতি আতি অন্ধকাৰ ভৈল ছন্ন ।
সেহি সময়ত উপজিলা নাৰায়ণ ॥

—+—

(৩)

মনাই ৰাম সত্য বোল,
ব্ৰহ্ম হৰৰ চিত্তত সদায়
নামৰে বোল । মনাই · ... ।
কিও— প্ৰথমে আছিলি মন তই
ব্ৰহ্মাৰ কুণ্ডতে,
ৰসৰূপে স্থিতি ভৈলি
মাতৃৰ গৰ্ভতে । মনাই ......
কি ও— প্ৰথম দিনত শুক্ৰ শোণিতে মিশ্ৰ হয় ।
বৰ্ত্তুল আকৃতি পঞ্চ দিবসে ধৰয় ।
মাহেক অন্তৰে হয় আঙ্গুল দুই প্ৰমাণ ।
হস্ত পদ নাই মাংসপিণ্ডৰ সমান ॥
দ্বিতীয় মাসতে হব মস্তক উৎপত্তি ।
তৃতীয় মাসতে হয় হস্তপদ স্থিতি ॥
চতুৰ্থ মাসতে কেশ লোমৰ জনম
পঞ্চ মাসতে তনু বাঢে ক্ৰমে ক্ৰম ॥

ষষ্ঠ মাসতে ভ্ৰমে জীৱ মাকৰ উদৰে ।
চতুৰ্দ্দিশে ঘোৰ অগ্নি দহে কলেৱৰে ॥
সপ্তম মাসতে জীৱে নানা ক্লেশে ৰয় ।
ক্ষণেকে চৈতন্য পাৱে উদৰে ভ্ৰময় ।
অষ্টম মাসতে জীৱে দিব্য জ্ঞান হয় ।
পূৰ্ব্ব জন্মৰ পাপ স্মৰি ক্ৰন্দন কৰয় ॥
এই ৰূপে দশ মাস অবাধ নিৰ্ণয় ।
জন্মকালে মহামায়াই জ্ঞান হৰিলয় ।

—×—

(৪)

জয়ে জগ বন্দন দৈৱকী নন্দন,
তোমাৰে চৰণে কৰো সেৱ ।
এককালে দৈৱকীয়ে তপ কৰে বৃক্ষৰ তলে,
তোমাক চিন্তিয়া মনে মনে ।
দৈৱকীৰ স্তুতিত প্ৰভু সন্তুষ্ট হৈয়া পাছে,
বৰ দিয়া হৈলা অন্তৰ্ধান ।
শঙ্খ চক্ৰ গদা পদ্‌ম চাৰি হাতে চাৰি অস্ত্ৰে,
দৈৱকীৰ গৰ্ভে লৈলা স্থিতি ।
কংস কাৰাগাৰে প্ৰভু উপজিলা মায়া কৰি,
ঘোৰ অন্ধকাৰে ভৈলা ৰাত্ৰি ।
পালি পহৰীয়া যত সবে নিদ্ৰা গৈলা তাত,
বসুদেৱে দেখিলে তোমাক ।
তোমাৰ ৰূপ দেখি হৰি, ভয়ে কম্পে থৰথৰি
কংস ভয়ে গোকুলত থলে ।
তোমাৰ মহিমা প্ৰভু কিমতে বুজিবো আমি
শুধু পাৱে কৰো প্ৰণিপাত ।

(৫)

ঘোষা— ৰামৰ ৰাম এ ৰঘুৰ নন্দন ॥
পদ— লক্ষণে কৈলা কৰো কমন সাহসে,
ৰামৰ আজ্ঞায়ে তোমাক আনি বনবাসে।
মহাত্ৰাস পাই সীতাই শুনিয়া কাহিনী
শ্ৰাৱণেৰ ধাৰা সীতাৰ চক্ষে পৰে পানী।
হে ধৰ্মতে ধাৰ্মিক ৰামে, সংসাৰে প্ৰশংসা,
দেশ ৰীতি কেন নাহি কৰিলা জিজ্ঞাসা।
এতদূৰে আহি আমাক বুলিলা লক্ষণ
হে কপটে আনিলি বাল্মিকীৰ তপোবন।
হে অগ্নিত পৰীক্ষা দিলা সভাৰে ভিতাৰে
হে পশু পক্ষী তৰু লতা কান্দে নিৰন্তৰে।
পাচ মাহ গৰ্ভ আৰো দেখো বিদ্যমান
আমি মৰলে মাৰিবেক ৰামৰ সন্তান।
যমুনায় তেজি প্ৰাণ তোমাৰ সন্মুখে
ৰঘুবংশ কলঙ্ক ঘোষক সৰ্ব্বলোকে।
ৰামহেন স্বামী হ'ক মোৰ জন্ম - জন্মান্তৰে,
আমি মৰলি কৌটি নাৰী মিলিব তাহাৰে।
সীতাৰ ক্ৰন্দন শুনি ঠাকুৰ লক্ষণ
দুয়োজনে ৰহিলাহা বাল্মিকীৰ তপোবন।

— x —

(৬)

এহি বুলি জানকীক আশ্ৰমকে নিলা,
ঋষি পত্নী গণে সীতাক আগুৰি ধৰিলা।
ভাঙনি— ৰাম তুমি কি কাম কৰিলা

ও গৰ্ভৱতী সীতাক তুমি বনবাস দিলা ॥
সুখে দুখে জানকীয়ে ৰহিল সেই ঠাই
ৰামৰ চৰণ চিন্তি থাকে 'সৰ্ব্বদাস।'
এহিমতে কতো দিন পাৰ হৈ যাই,
দশমাহে দশদিনে যেবে পূৰ্ণ ভৈলা,
সুন্দৰ লক্ষণ দুটি শিশু উপজিলা।
ঘোষা— এ ঐৰানে পৰিণা বৈল দেহ,
ও কি ভাযবে লক্ষণ,
কান্দে সীতা দেখি তপোবন।
পদ— লক্ষণে বিদায় মাগে কৰি জুৰ হাত,
কান্দিয়া বলেন সীতা কোথা ৰঘুনাথ,
কান্দিতে লাগিল সীতাইও হুইযা ফাপৰ,
হেন কালে চতুৰ্দিশে দেখে ভয়ঙ্কৰ
চাৰিদিশে চাই সীতাই দেখে বনচৰ,
ও ভালুক সিংহক দেখি প্ৰাণ বৰ ভয।
উচ্চস্বৰে কান্দে সীতাই বুনৰে ভিতৰে,
শিষ্য সঙ্গে আইল বাল্মিকী মুনিবৰে
কাহাৰ জীয়াৰী তুমি কাহাৰ ৰমণী
আসিয়া সীতাৰ স্থানে, জিজ্ঞাসিলা মুনি।
এহি বুলি মুনিবৰ ধিয়ানে বহিলা,
আদি কাণ্ড পূৰ্ব্বৰ কথা মনতে পৰিলা।
লোক অপবাদে ৰামে পাইয়া ত্ৰাস
বিনা অপৰাধে তোমাক দিলা বনবাস।
লক্ষ্মী অংশে জন্ম তোমাৰ লাঙ্গল শিৰলে,
অযোধ্যাকাণ্ডতে আছে তাহাৰে প্ৰমাণে।
জনেকৰ কন্যা তুমি, তুমি ৰামেৰ গৃহিনী,

দশৰথ ৰাজাৰ তুমি প্ৰথম ৰোৱাৰী।
পৰম সাদৰে লৈ যায় মুনি
যথাথে আছন্ত তাহাৰ ব্ৰাহ্মণী।
সীতাৰে ৰূপতে তপোবন আলো কৰে,
মুনি পত্নী বোলে লক্ষ্মী আইলি মোৰ ঘৰে,
জানকীয়ে মুনি পত্নী দিলা আলিঙ্গণ,
সীতা প্ৰশংসিযা বোলে মধুৰ বচন।
মুনি পত্নী বলে লক্ষ্মী আইলি মোৰ ঘৰে
তোমাৰ দৰশনে মোৰ হৰিষে অন্তৰে।
সীতা বোলে কৰ্মদোষে ৰামৰ বৰ্জন,
তোমাৰ দৰশনে সম্ফল জীৱন।

—×—

(৭)

আজি শুভ দিন, পাচ অমৃত খাই জনেক ৰাজাৰ জী,
আয়তী সকলে উৰুলি জোকাৰে দেৱে কৰে পুষ্পবৃষ্টি।
যদি আছে সিংহ বাঘ মোকে খাইবাৰে,
আজি মই মৰি যাম বনৰ ভিতাৰে।
ময়ো যদি মৰি যাওঁ কোনো কথা নাই,
মোৰ লগত মৰি যাবো ৰামৰ তনয়।
এহিমতে সীতাদেৱী কান্দিয়া আছিলা,
অনন্তৰে বাল্মিকীও শুনিব পাইলা।
কোনে কান্দে বনৰ ভিত্‌ৰত, ধিয়ানতে বহিলা,
আদি অন্তৰ যত কথা ধিয়ানতে পাইলা।
শিষ্য সহিতে ঋষি চলিলা সত্বৰে,
উপস্থিত ভৈলা গৈ সীতাৰ ওচৰতে।
ভাঙনি— ৰাম তোমাৰ নিদাৰুণ হিয়া ॥

গৰ্ভৱতী সীতাক তুমি বনবাস দিলা ॥
পাচ অমৃত খুৰি দুযো হাতে জনক ৰাজাৰ,
স্বৰ্গৰ অপেশ্বৰাই নাচিব লাগিছে স্বৰ্গত বাজিছে ধ্বনি।
অৰণ্যৰ মাজে সীতাই কান্দিও আছিলা।
অতি মৰমেৰে ঋষি সীতাক সুধিলা।
কৈতে থাকা কি নাম তোৰ দিয়া পৰিচয়,
কান্দি কান্দি জানকীয়ে ঋষিৰ আগে কৰে।
দশৰথৰ বোৱাৰী মই জনেক মোৰ পিতা,
স্বামী মোৰ ৰামচন্দ্ৰ মোৰ নাম সীতা।
নাজানিলো কিয় মোক দিলা বনবাস,
গৰ্ভৱতী নাৰী মই হৈছে পঞ্চ মাহ।
ভাঙনি— মোৰ প্ৰভু স্বামী ৰাম এ
কি দোষ কৰিলো প্ৰভু দিলা বনবাস
এ মোৰ প্ৰভু ··· ·· ··· ॥
নাজানিলো কিয় মোক দিলা বনবাস,
গৰ্ভৱতী নাৰী মোৰ হৈছে পঞ্চ মাহ
ঋষি বোলন্তে তোমাৰ কোনো ভয় নাই,
মোৰ আশ্ৰমে থাকা কোনো চিন্তা নাই।
এহি বুলি জানকীক আশ্ৰমকে নিলা,
ঋষি পত্নী গণে সীতাক আগুৰি ধৰিলা।
ভাঙনি— ৰাম তুমি কি কাম কৰিলা,
ও গৰ্ভৱতী সীতাক তুমি বনবাস দিলা ॥
সুখে দুখে জানকীয়ে ৰহিল সেহি ঠাই।
ৰামৰ চৰণ চিন্তি থাকে সৰ্বদাই।
এহিমতে কতো দিন পাৰ হৈ যাই,
লাহে লাহে জানকীৰ গৰ্ভ বাঢ়ি যাই।

দশমাহে দশদিনে যেবে পূৰ্ণ ভৈলা,
সুন্দৰ লক্ষণ দুটি শিশু উপজিলা।

— x —

(৮)

চোতালৰ আগতে ৰূপাৰে থালতে,
ঐ ৰাম তাতে পঞ্চ ফল আছে।
ঘিলাখুজ পীৰা মাই আহি বহা,
ঐ ৰাম গা'ত আকুল দিয়াহে।
আঙ্গুলে আকুল দিয়া পঞ্চ ফল,
ঐ ৰাম হাত জুৰ কৰি লোৱাহে।
মৰমৰ মাযেকে মূৰকে চুচিব,
ঐ ৰাম শিৰতে দিয়া সিন্দুৰহে।
সিন্দুৰৰে দগো মগো,
ঐ ৰাম কাজলৰে ৰেখা।
বিজুলী চমকে আহি,
ঐ ৰাম দিবো কৃষ্ণই দেখা হে।
কপালতে জিলিমিলি,
ঐ ৰাম মাণিকৰে জেঠী হে,
দশ আঙ্গুলিত জ্বলে,
ঐ ৰাম হীৰাৰে আঙুঠি হে।
সাগৰৰে পৰা মাগুৰ মাছ আনিলা,
ঐ ৰাম মাইৰে আগতে দিলাহে।
মাগুৰ মাছে খেলন খেলাই
ঐ ৰাম আজি মাইৰ পুহন বিয়াহে।
আয়তী সকলে উৰুলি জোকাৰে,
ঐ ৰাম মাইকে উচৰ্গা দিলাহে।

বাৰান্দা শুৱেনি মইনা চৰাই পক্ষী,
ঐ ৰাম পিজিৰা শুৱেনি ভাটৌ হে ।
মূলঘৰ শুৱেনী প্ৰথমৰ বোৱাৰী,
ঐ ৰাম চেনেহে লগালি মাত হে ।
সকলো আয়তী গৈলা ঘৰা ঘৰি,
ঐ ৰাম একলা দৈৱকী ৰৈলাহে ॥

● আকুল— (আকল্) প্ৰথম সন্তান সন্তৰা এগৰাকী মাতৃক পঞ্চামত খুওৱাৰ সময়ত এই কাপোৰখনৰ দৰ্কাৰ হয় । মাকে জন্মৰ পিছতেই সন্তানটোক এইখন কাপোৰেৰে আঁকোৱালি লয় ।

—+—

# সাত শাক তোলা গীত

(নামনি অসমত বহাগৰ প্ৰথম দোমাহীৰ দিনা আইসকলে দলবদ্ধ ভাবে নৈৰ পাৰ বা মুকলি পথাৰলৈ গৈ গীত পদ গাই ৰং ধেমালি কৰি নানাবিধ শাক তুলি আনে। কেতিয়াবা ৰামায়ণ মহাভাৰতৰ কাহিনীৰ আলমত বিভিন্ন চৰিত্ৰৰ ৰূপ দি পথাৰতে খুহুতীয়া ভাওনা পাতে। পুৰুষ বৰ্জিত এই অনুষ্ঠানত, অঞ্চল বিশেষে কিছুমান অশ্লীল গীত গোৱা হয় ।

(১)

আহাৰে সাত শাকৰ কি কি নাউ
অ' গুঞ্জৰে ভোমোৰা পাৰ্ব্বতী নাউ,
হে সাত শাক তুলি ঘৰক যাওঁ ।
তুলি আনিলো গোন্ধ মালতী,
ধুই আনিলো ঘাটে,
দ্বাৰকাৰে শ্ৰীকৃষ্ণ আহিব কোন বাটে ।

তুলি আনিলো নুন-খুইয়া,
ধুই আনিলো ঘাটে,
দ্বাৰকাৰ শ্ৰীকৃষ্ণ আহিব কোন বাটে ।
তুলি আনিলো লাকা শাক
ধুই আনিলো ঘাটে
দ্বাৰকাৰে শ্ৰীকৃষ্ণ আহিবো কোন বাটে ।
তুলি আনিলো মানিমুনি
ধুই আনিলো ঘাটে ,
দাৰকাৰে শ্ৰীকৃষ্ণ আহিবো কোন বাটে ।
তুলি আনিলো হাচতি ,
ধুই আনিলো ঘাটে
দাৰকাৰে শ্ৰীকৃষ্ণ আহিবো কোন বাটে,
তুলি আনিলো লাই জাবেৰি,
ধুই আনিলো ঘাটে
দাৰকাৰে শ্ৰীকৃষ্ণ আহিব কোন বাটে ।
তুলি আনিলো নানা শাক
ধুই আনিলো ঘাটে
দাৰকাৰে শ্ৰীকৃষ্ণ আহিবো কোন বাটে ।

—+—

নুন খুইয়া— খুতৰা শাক।

( বিঃ দ্রঃ— শাক তুলিবলৈ যাওঁতে আৰু শাক তুলি ঘূৰি অহাৰ সময়ত সাধাৰণতে বাটবুলনিৰ গীত গোৱা হয় । উক্ত গীতটো জনসাহিত্যিক ৺শ্ৰীৰাম চন্দ্ৰ দাসৰ "মোৰ আইৰ প্ৰাণৰ গীত" পুথিখনৰ পৰা লোৱা হৈছে ।)

# জগন্নাথৰ নাম

( বৰপেটা জিলাৰ কিছুমান অঞ্চলৰ গোটেই বহাগ মাহ আৰু কিছুমান অঞ্চলত জেঠ, আহাৰ মাহত, পুৰীৰ ৰথ যাত্ৰাৰ লগত সংগতি ৰাখি জগন্নাথ মহাপ্ৰভুৰ নাম ধৰা হয়। এই নামক বহুতে "ৰাইজা নাম" ও বোলে। )

( ১ )

জগন্নাথ আহে,
উপাৰে কদম, তলে সিংহাসন
জগন্নাথ নামত বহে।

— × —

( ২ )

জগন্নাথ বৈকুণ্ঠি লোক,
নৰলোকে সেৱা কৰে তমু চৰণত
ও ইবাৰ ৰাখিবা ভকতক।

— × —

( ৩ )

জগন্নাথ হে, এ জগন্নাথ হে,
অনাথে চাপিছোঁ চৰণ।

— • —

( ৪ )

বলভদ্ৰ জগন্নাথ সমুদ্ৰৰ পাৰে,
ইন্দ্ৰদ্যুম্ন ৰাখি থৈছে শিৱ গঙ্গাৰ মাজে।

( ৫ )

ও হৰি এ সপোনতে দিলা দেখা

ইন্দ্ৰদ্যুম্ন ৰজাই, প্ৰতিমা সাজিছে
কপালতে আছে ৰেখা।

( ৬ )

বলভদ্ৰ জগন্নাথ সুভদ্ৰা ভগিনী।
ভিতৰে একজন, বাহিৰে তিনি ॥

( ৭ )

জগন্নাথ ৰথৰে উপাৰে
অক্ৰূৰে লৈ যাই মথুৰা নগৰে।

( ৮ )

জগন্নাথ নামৰে লুভীয়া,
ঘৰে ঘৰে দেই নাম, যাচিয়া যাচিয়া।

( ৯ )

ব্ৰহ্মা বহিল, বিষ্ণু বহিল
বহিল প্ৰজালোক,
জগত জুৰি কৃষ্ণ বহে
ৰাধা বহে ক'ত।

( ১০ )

তুলসীৰে তলতে ভোমোৰা গুঞ্জৰে
মাধৱে আছা ঐ চাই ঐ ৰাম ৰাম।
মাধৱে বোলা ঐ ভয় নকৰিবা
ৰাখিবা আছিছু মই ঐ ৰাম ৰাম।
মাধৱে কেদাৰে কন্না গাৱা কৰে
জগন্নাথ ৰৰপেটাক যাই ঐ ৰাম ৰাম।

( ১১ )

ও হৰি এ ওৰেষাৰ আধিপতি প্ৰভু জগন্নাথ

চৰণে ৰাখিবা মোক, মই বৰ অনাথহে ও হৰি ৰাম,

( ১২ )

নামি আছে জগন্নাথ এ
হৰি হে মাৰি আছে খুটি
ৰাইজৰ উপচক্ৰে যাই পানী উটি হে ৰাম এ ৰাম
জগন্নাথে বোলা হো ৰাইজক চাম ।

( ১৩ )

জগন্নাথৰ আলি আলি এ
হৰিহে কদম ফুলৰ শাৰী
ফুলি আছে থপা থোপি
পাৰি দিবো কুনি এ
ৰাম হে ৰাম ।

( ১৪ )

জগন্নাথে অন্ন খাই এ
হৰি এ এটি কুমেৰ চক
অসুৰক খেদি নেই
হাতে সণাৰ লক এ
ৰাম হে ৰাম ।

( ১৫ )

জগন্নাথৰ দুইডেল বেত এ
হৰি এ একডেল আছে পৰি,
আই সকলে বান্ধে দেই,
সণাফুইলা কৰিছে ।
ৰাম এ ৰাম ।

( ১৬ )

ধূলাই লুতুৰ পুতুৰ হৰি এ
হৰি এ ধূলাই লুতুৰ পুতুৰ
আইসকলৰ মাজে মাজে
কুৰে ধুতুৰ্ মুতুৰ্ এ ৰাম হে ৰাম
জগন্নাথে বোলাহো ৰাইজক চাম।

( ১৭ )

ভাঙা ঘৰৰ তলে তলে এ
হৰি এ মনিষৰ কায়া,
জগন্নাথে ৰাখবো বোলি
আমি কৰ্লু আশা ও
জগন্নাথে বোলাবে
ৰাইজক চাম।

(ওপৰৰ মুখ জোৰণি দিহাৰ লগত কীৰ্ত্তন ঘোষাৰ "উৰেষা বৰ্ণন'ৰ পদ সমূহ গোৱা হয়।)

—+—

# পৰিশিষ্ট

সংবাদৰ সূত্ৰ—

ধৰমগৰৰ— সৰ্ব্বশ্ৰী সবলা দাস, লীলাৱতী দাস, কুঞ্জলতা দাস, পাকল দাস, যুতিলা ৰাজবংশী, ভেৰতী দাস, ৰামেশ্বৰী দাস, ৰোহিনী চৌধুৰী, মণ্টু চৌধুৰী, ৰেবতী দাস, বাসন্তী দাস।

মৌটুপুৰীৰ— সৰ্ব্বশ্ৰী শাওনী দাস, চৰিনী দাস, লাচো বালা দাস

খাটালপাৰাৰ— সৰ্ব্বশ্ৰী অচলা দাস, শৈল্যবালা দাস, পিৰদা কাকতি, মেমো বালা দাস, অলকা দাস, দময়ন্তী দাস, লীলা দাস, বিজদা দাস।

বৃন্দাবন হাটিৰ— সৰ্ব্বশ্ৰী ভক্তি দাস, ৰেৱতী দাস, অনিমা দাস, গীতা দেৱী।

চুলিয়া পাৰাৰ— সৰ্ব্বশ্ৰী অম্বিকা দেৱী, নীলিমা দেৱী, যামিনী দেৱী।

ধূপগুৰিৰ— সৰ্ব্বশ্ৰী প্ৰমিলা দাস, অচন্তী দাস, ভুবনেশ্বৰী দাস, ৰাজো দাস, দেবেন দেবী দাস, নীলা দাস

গণককুছিৰ-- সৰ্ব্বশ্ৰী চাৰু ৰায় চৌধুৰী, লাৱণ্য দাস, প্ৰভা দাস, জয়মতী দাস, কুসুম সূত্ৰধৰ, অনিমা সূত্ৰধৰ, ৰেণুকা কাকতি, বিমলা ৰায়চৌধুৰী, আৰু ৺ হৰবালা দাস ।

গলিয়া হাটীৰ— সৰ্ব্বশ্ৰী যশোদা দাস, যোগমায়া বায়ন, কুঞ্জ লতা বায়ন, জয়মতী দাস ।

মৈৰামাৰা সত্ৰৰ— ক্ষীৰদা পাঠক, শৈব্যা দাস, মালতী প্ৰিয়া দাস, হিৰণ দেৱী, ৰোহিনী দাস, মোক্ষদা দেৱী ।

পোৰাভঁৰালৰ— সৰ্ব্বশ্ৰী যশোদা নাথ, কনকলতা দাস, ৰোহিনী দাস ।

বৰ তাপাৰ— সৰ্ব্বশ্ৰী সাৰতী দাস, ৰুক্মিণী তালুকদাৰ, সায়ো দাস, গনো দাস, ওপিনী কলিতা, যশদা তালুকদাৰ, প্ৰমিলা নাথ, প্ৰতিমা দাস, আৰু তাৰদা দাস ।

হটা পাৰাৰ— সৰ্ব্বশ্ৰী সুমিত্ৰা বৰ্মণ, সত্যৱতী ঠাকুৰীয়া ।

গাভি গাওঁৰ— সৰ্ব্বশ্ৰী কাজে বালা মেধি, শৈব্যা বালা মেধি, ফুলনা দাস, ৰাজো বালা ডেকা, চৰো দাস, আৰু ভাৱতী দাস ।

টাঙলা গাওঁৰ— পৰদা বৰুৱা, ৰঙিলা বৰুৱা, অপতী তালুকদাৰ যামিনী বৰুৱা, বিমলা তালুকদাৰ, বিমলা বৰুৱা, প্ৰভা তালুকদাৰ ।

বৰপেটাৰোডৰ— সুমিত্ৰা দেৱী, চাৰু দেৱী, সাবিত্ৰী দাস, ভক্ত দেৱী, নিৰু দাস, ৰবিতা দাস, দেৱলা দাস। ডালিমী শীল, জয়মতী মেধি, অলকা মেধি, লক্ষ্মী শৰ্ম্মা, বিবি বৰা, ভাৰতী দাস, অমিয়া দাস, ৰেণু তালুকদাৰ, বীণা দাস, তাৰিণী দাস, নীলিমা দেৱী, নীলিমা বৰুৱা, গোলাপী পাঠক, প্ৰতিমা বায়ন, পদ্মিনী ওজা, ভাৰিণী দাস, অলকা শৰ্ম্মা, কিৰণ দাস, যামিনী নাথ, সৰমা নাথ, মোক্ষদা কলিতা, সাবিত্ৰী মুদৈ

( বিঃ দ্ৰঃ— লোক কৃষ্টি উদ্ধাৰৰ ক্ষেত্ৰত আগ্ৰহী ব্যক্তি সকলে বিভিন্ন গীত পদ উদ্ধাৰ কৰি আমাৰ লগত যোগাযোগ কৰিলে পৰৱৰ্ত্তী সংগ্ৰহ গ্ৰন্থত সেইবোৰ প্ৰকাশ কৰা হ'ব। )


যোগাযোগৰ ঠিকনা—

ফুলকুমাৰী কলিতা

কলিতা ভৱন

চন্দনপুৰ, বৰপেটাৰোড

পিন নং— ৭৮১৩১৫

জিলা— বৰপেটা

ফোন নং— ২২০০